## দৈনিক "নতুন-অসমীয়া"ই লিখিছে ঃ

"গান্ধীজীৰ পৰিকল্পিত অহিংস-সমাজ-বিপ্লৱৰ বিষয়ে অসমীয়া ভাষাত সৰ্ব্বসাধাৰণে বুজি পোৱা বিধৰ এই চেষ্টা পৈণত লোক এজনৰ পৰা চলোৱাতো আনন্দৰ বিষয়। গান্ধীজীৰ বাণী আৰু বিনোৱাজী প্ৰমুখ্যে লোকৰ লেখনি আৰু মতবাদ চালিজাৰি লেখকে এই পুথিত ঠাই দিছে। গান্ধীজীৰ একাদশ ব্ৰত আৰু গঠনমূলক কামৰ ওঠৰ দফাৰ আঁচনি পুথিখনৰ অন্তৰ্ভূক্ত হৈছে।"

"* পুথিখনৰ ভাষা সহজ হৈছে ; প্ৰকাশ ৰীতিও খাপ খাই পৰা বিধৰ। এই সচিত্ৰ পুথিখন "গান্ধীবাদ"ত বিশ্বাস কৰা লোকৰ উপৰিও সাধাৰণ ৰাইজেও পঢ়ি বহু কথা কম সময়ত জানিব পাৰিব।"

২ পুহ ১৮৭৭ শক] "নতুন-অসমীয়া"

## দৈনিক "শান্তিদূতে" লিখিছে ঃ

"অহিংসবাদৰ ওপৰত বিশেষকৈ গান্ধীজীৰ জীৱনদৰ্শনৰ মূল আচৰণীয় নীতি কেইটা পুথিখনিত লিখকে ভালকৈ ফুকিয়াই লিখিবলৈ সমৰ্থ হৈছে। × আশা কৰো যে ভৱিষ্যতেও আমি লিখকৰ পৰা আৰু এনে ধৰণৰ গধুৰ বিষয়ৰ পুথি পাম।"

৯ পুহ ১৮৭৭ শক। "শান্তিদূত"

# অহিংস-সমাজ-বিপ্লৱ



লিখনি : প্ৰতাপ তালুকদাৰ

প্ৰকাশক : কামৰূপালয়, চেনিকুঠী, গুৱাহাটী




পাণ্ডুলিপি : শ্ৰীউষা তালুকদাৰ

বাকলিপাতৰ ছবি : শ্ৰীকৰুণা মেধি, বি-এ

মুদ্ৰালয় : কামৰূপ প্ৰেছ, গুৱাহাটী

মুদ্ৰাঙ্কন : প্ৰফুল্ল ডাউকা




# উপহাৰ

যিসকলে জীৱনক মানৱীয় সৰ্ব্বোচ্চ স্তৰত
স্থাপন কৰি পূৰ্ণমানৱ-জীৱন যাপন
কৰিবলৈ হাবিলাস কৰে, তেওঁ-
লোকৰ বাবে "গান্ধীবাদে"ই
এই পথৰ উজ্জ্বল বন্তি ;
তেনে ধৰণৰ উচ্চা-
কাঙ্ক্ষী সকলৰ
হাতত এই
পুথিখনি
উ
প
হা
ৰ
দিয়া হ'ল



# আগকথা

।

বৰ্ত্তমান মানৱ-সমাজত দুটা আদৰ্শই ব্যাপক মূৰ্ত্তি ধাৰণ কৰিছে। এটা পশ্চিমীয়া বস্তুবাদ বা নিৰীশ্বৰবাদ, আনটো গান্ধীবাদ বা ঈশ্বৰবাদ। বস্তুবাদী সকলৰ মতে মানৱ-সমাজৰ লোক একে সমান হব নোৱাৰে। যিবিলাক মেধাবী আৰু চতুৰ তেওঁ লোকে আমোদ-প্ৰমোদত মত্ত হৈ মহাসুখে দিন কটাব — সৰল-হোজা লোকসকলক নানা ধৰণে শোষণ কৰি। তেওঁলোকৰ বিচাৰ মতে যিবিলাকে বেছি লিখা-পঢ়া জানে, ধুনীয়াকৈ বক্তৃতা দি জনসাধাৰণৰ মন মুহিব পাৰে আৰু দুৰ্নীতিৰ মাজেদি অৰ্থ সংগ্ৰহ কৰি অট্টালিকা বাসী হৈ চক্‌চকীয়া মটৰগাড়ী দৌৰাব পাৰে, তেওঁলোকে

# অহিংস-সমাজ-বিপ্লৱ

মানৱ-সমাজৰ ভাঙৰ মানুহ। শাৰীৰিক শ্ৰমৰ দ্বাৰা যিবিলাকে জীৱিকা নিৰ্ব্বাহ কৰে, সিহঁত নিকৃষ্টলোক। বস্তুবাদীসকলৰ মতে মানৱ-জীৱন ভোগ-বিলাসৰ বাবেহে। অৱশ্যে তেওঁলোকেও মুখেৰে বিশ্বত শান্তি স্থাপন হব লাগে বুলি স্বীকাৰ, কিন্তু কাৰ্য্যক্ষেত্ৰত তেওঁলোক সাম্য নীতিৰ উপাসক নহয়। সেই নিমিত্তে তাত আধ্যাত্মিকতা আৰু নৈতিকতাৰ স্থান নাই। বৰ্ত্তমান মানৱ-সমাজত হিংসাৰ চৰম সীমা পাইছেহি। পূৰ্ব্বৰ কেবাগৰাকীও মহাপুৰুষে মানৱ-সমাজত পূৰ্ণ শান্তি স্থাপন কৰিব নোৱাৰিলে। তেবাসকলৰ মহাপ্ৰয়াণৰ পিছতে আকৌ নতুন নতুন সম্প্ৰদায়ৰ সৃষ্টিহে হৈছে—যেনে হিন্দু, মুছলমান, খৃষ্টান, বৌদ্ধ আদি। ইপিনে হিন্দুৰ ভিতৰতে অসংখ্যা সম্প্ৰদায়ৰ সৃষ্টি হোৱাত আমাৰ সমাজৰ গাঁথনি একেবাৰে দুৰ্ব্বল হৈছে। এনে দুৰ্ব্বলতাৰ পৰিণামত ভাৰতবাসীয়ে পৰাধীনতাৰ শিকলিডাল ডিঙিত লবলগীয়াত পৰিছিল। যেতিয়ালৈকে ইটো জাতিয়ে সিটো জাতিক প্ৰবঞ্চনা কৰা হিংসানীতি পৰিত্যাগ কৰা নহয়, তেতিয়ালৈকে বিশ্বত এখন সুখী সমাজ গঠন হব নোৱাৰে।

হাজাৰ হাজাৰ বছৰ অতীত হ'ল। অসংখ্যা ৰজা-মহাৰজাৰ বিলাসপূৰ্ণ জীৱনৰ অৱসান ঘটিল। নশ্বৰদেহ ধুলিৰ লগত মিহলি হ'ল। ৰাজতন্ত্ৰৰ দিন ওৰ পৰিল। বৰ্ত্তমান দলীয় লোকতন্ত্ৰই মানৱ-সমাজক

পৰিচালনা কৰিব ধৰিছে। তথাপিও মনোমালিন্য আৰু হিংসানীতিৰ অৱসান হোৱা নাই। বৰ্ত্তমান বিশ্বত তিনিটা বিশিষ্ট ৰাজনৈতিক মতবাদৰ সৃষ্টি হৈছে। ৰুছিয়াত দলীয়একনায়কত্ববাদ, আমেৰিকাত ধনতন্ত্রবাদ (তেওঁলোকৰ মতে সমাজতন্ত্রবাদ) আৰু ভাৰতত নিয়মতান্ত্রিক লোকতন্ত্রৰ পৰীক্ষা চলিছে। বৰ্ত্তমান বিশ্ব দুটা শিবিৰত বিভক্ত। এফালে কমিউনিষ্ট ৰুছিয়া, লোকচীন আৰু অনুগামী ৰাষ্ট্রবিলাক। আনপিনে পৃথিবীৰ সৰ্ব্বশ্রেষ্ঠ ধনীৰাষ্ট্র আমেৰিকা আৰু তাৰ অনুগামী ৰষ্ট্রসমূহ। আমেৰিকাই ধনৰ শক্তিত মত্ত হৈ গোটেই পৃথিবীকে গ্রাস কৰিবলৈ পাঙি আছে। ইপিনে কমিউনিষ্ট ৰুছিয়াই তেওঁলোকৰ দলীয় সাম্যবাদ গোটেই বিশ্বতে প্রচাৰ কৰিব ধৰিছে। এই দুটা বৃহৎ শক্তিৰ মাজত বৰ্ত্তমান বাকযুদ্ধ চলিয়ে আছে। যেতিয়া দুয়োটা শক্তিৰ সংঘৰ্ষ হৈ আগ্নেয়গিৰী ফুটি উঠিব, তেতিয়াই গোটেই বিশ্ব ধ্বংস হব। ধ্বংসমুখী বিশ্বক ৰক্ষা কৰি স্থায়ী শান্তি স্থাপন কৰিব লাগিলে তাত প্রয়োগ কৰিব লাগিব—গান্ধীবাদ।

গান্ধীবাদ মানৱ সমাজৰ বাবে এটি ঐশ্বৰিক দান। মানৱাত্মাক অকল ধন-দৌলত বা ইন্দ্রিয় তৃপ্তিয়ে সন্তোষ দিব নোৱাৰে। গান্ধীবাদৰ অৰ্থ হৈছে—ভাৰতীয় আধ্যাত্মিক বিজ্ঞান-সংস্কৃতি বা ঈশ্বৰবাদ। হাজাৰ হাজাৰ বছৰ ভাৰতীয় বিজ্ঞানৰ সূক্ষ্ম শক্তি পুথিৰ পাতে

লুকাই আছিল। ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ বৈজ্ঞানিক মোহনদাস কৰমচাঁদ গান্ধীয়ে ইয়াক তন্নতন্নকৈ আয়ত্ত কৰি লৈ ভাৰতবাসীক অহিংস-মন্ত্ৰৰ দ্বাৰা দীক্ষা দি গৈছে। তেৱেঁ পশ্চিমীয়া অসুৰ শক্তিৰ তীক্ষ্ণ বোমাৰ লগত প্ৰবৃত্ত হৈছিল—ভাৰতীয় সূক্ষ্মবিজ্ঞানৰ দান, পশ্চিমীয়া উদ্‌যান আৰু আনৱিক মাৰণাস্ত্ৰতকৈ শক্তিশালী "অহিংস" অস্ত্ৰ লৈ। তাত তেওঁ জয়ী হ'ল। গোটেই বিশ্বই গান্ধীজীৰ এনে অভিনৱ অস্ত্ৰ প্ৰয়োগ কৰা দেখি বিস্ময় মানিলে। যদি ভাৰতীয়লোকে তথা বিশ্ববাসীয়ে গান্ধীজীৰ নীতি অনুসৰণ কৰি আগ বাঢ়িব পাৰে, তেনেহলে তিনিপুৰুষৰ ভিতৰতে বিশ্বত এখনি সৰ্ব্বাঙ্গ সুন্দৰ "ৰামৰাজ্য" বা ন্যায়ৰ ৰাজ্য স্থাপন হোৱাতো একো আচৰিত কথা নহয়। বহুতে হয়তো কব পাৰে যে, গান্ধীজীৰ নিচিনাকৈ ইমান কঠোৰ ব্ৰত পালন কৰি মানুহ কেনেকৈ অহিংস হব পাৰে? তাৰ উত্তৰত গান্ধীজীয়ে কৈছে—"মোৰ নিমিত্তে যিটো সহজ, এটি শিশুৰ বাবেও সেইটো সহজ।" আচলতে গান্ধীদৰ্শনে মানুহক পূৰ্ণ-মানৱ গঢ়ি তোলাত যথেষ্ঠ সহায় কৰে। সেই নিমিত্তে ঋষি ৰোমা ৰোলাই কৈছিল—"ভাৰতে মহাত্মা গান্ধীৰ নীতি মতে যদি স্বাধীনতা লাভ কৰিব পাৰে আৰু সেই নীতিৰে ভাৰতক পৰিচালনা কৰিবলৈ সমৰ্থ হয়, তেনেহলে ভাৰতীয়লোকে বিশ্বৰ আগত আধা

মানুহ আৰু আধা দেৱতা বুলি পৰিচয় দিব পাৰিব ।"

অহিংস নীতিক আমি যিমান জটিল বুলি ভাবো আচলতে সিমান নহয় । গান্ধীজীয়ে আত্মদৰ্শনত লিখিছে "এই পথ যদিও ক্ষুৰৰ ধাৰৰ দৰে সূক্ষ্ম আৰু জটিল, তথাপি মোৰ পক্ষে ই সৰ্ব্বাপেক্ষা সহজ বুলি ভাবো । এই পথেদি খোজ কাঢ়ি থকা বাবে ভয়ঙ্কৰ ভুলো মোৰ পক্ষে ক্ষুদ্ৰ বুলি অনুভৱ হৈছে । কিয়নো এই পথৰ নিমিত্তে মই ভুল কৰিও ৰক্ষা পৰিছো । মই ভালদৰে বিশ্বাস কৰো যে মোৰ বাবে যিটো সম্ভৱ হৈছে সেইটো এটি শিশুৰ বাবেও অসমম্ভৱ নহয় । এই কথা কোৱাৰ উপযুক্ত হেতুও মোৰ আছে । সত্য অনুসন্ধানৰ উপায় বা সাধনা যেনে জটিল তেনে সহজো । ই আত্মাভিমানীৰ মনত অসমম্ভৱ বুলি ভাবিলেও এটি সৰল শিশুৰ বাবেও সহজ । সত্যৰ অনুসন্ধান যেয়ে কৰিব খোজে, তেওঁ ধুলি-কণাতকৈও সৰু হৈ থাকিব লাগিব । বিশ্বই ধুলি-কণাক পিহি পেলায় । সত্যৰ পুজাৰী যদি ধুলি-কণাতকৈ দীন নহয়, তেনেহলে তেওঁক ধুলি কণাই পিহি পেলাব পাৰে ।"

হিংসাপূৰ্ণ সমাজ এখনক অহিংস-সমাজলৈ সলনি কৰিবলৈ প্ৰত্যেকে ইয়াৰ অংশ গ্ৰহণ কৰিব লাগিব — আন্তৰিকতাৰে । গৌতম বুদ্ধৰ পিছতে—গান্ধীজীয়ে অহিংস সমাজ গঢ়াৰ পথ প্ৰবৰ্ত্তক । এই নীতিৰ

# অহিংস-সমাজ-বিপ্লৱ

অবিহনে আন পথেদি স্থায়ী সুখী সমাজ এখন গঠন হব নোৱাৰে। এই পথেদি অগ্রসৰ হওতে ধৈৰ্য্য ধৰি অতি মন্থৰ গতিৰে আগ বাঢ়িব লাগিব। গান্ধীবাদ বা গান্ধী-দৰ্শন মানৱ সমাজৰ বাবে এখনি সুনির্ম্মল দাপোণ। পুৰ্ণমানৱ-জীৱন গঠন কৰিবলৈ ইয়াতকৈ সাম্যদার্শনিক মতবাদ এতিয়ালৈকে আন কোনে মহাপুৰুষে মানৱ সমাজত প্ৰচাৰ কৰি স্থায়ীভাৱে কৃতকাৰ্য্য হব পৰা নাই। গান্ধীবাদৰ ভিতৰত নিহিত আছে—পুৰ্ণমানৱ-জীৱন গঠন কৰা—ধৰ্ম্ম, অৰ্থ, কাম্য, মোক্ষ চতুৰ্বৰ্গ ফল।

বৰ্ত্তমান গান্ধীদৰ্শন মতে তেওঁৰ প্ৰিয়শিষ্য আচাৰ্য্য বিনোৱা ভাৱে সৰ্ব্বোদয় সঙ্ঘৰ জৰিয়তে অহিংস-সমাজ গঠনৰ পথত আগ বাঢ়িব ধৰিছে। এনে ধৰণৰ অহিংস-বিপ্লৱৰ দ্বাৰা সময়ত গৈ গান্ধীৰজীৰ কল্পিত "ৰাম ৰাজ্য"ৰ ৰূপ পাবগৈ। অহিংস-সমাজ সলনিৰ বিষয় কবলৈ আমাৰ ব্যক্তিগত সামৰ্থ একো নাই। গান্ধীজীৰ বাণী আৰু আন আন প্ৰকৃত গান্ধীবাদীসকলৰ লিখনি পঢ়ি যিখিনি চুকি পোৱা হৈছে, তাকে মানৱ-সমাজৰ আগত ডাঙি ধৰা হৈছে। ইয়াৰ দ্বাৰা গান্ধীবাদৰ পথেদি আগ বাঢ়িবলৈ যদি যৎকিঞ্চিতো সহায় হয়, তেনেহলে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।






# অহিংস-সমাজ-বিপ্লব

ভাৰতীয় সংস্কৃতিৰ উঁহ ত্ৰেতাযুগৰ অৱতাৰী মহা-পুৰুষ শ্ৰীৰামচন্দ্ৰকে শাস্ত্ৰকাৰকসকলে উল্লেখ কৰিছে। শ্ৰীৰামচন্দ্ৰৰ পিতৃ দশৰথ ৰজাৰ দিনত যিমানদূৰ সম্ভৱ প্ৰজাই সুখ-শান্তিত থাকিব পৰা নাছিল। ৰজা দশৰথৰ ৰাণী আছিল তিনি গৰাকী—কৈকয়ী, কৌশল্যা আৰু সুমিত্ৰা। "এক তিৰী লুতুল-পুতুল, দুই তিৰী গাতৰ ইন্দুৰ, তিনি তিৰী নাপায় ভাত, চাৰি তিৰী যাৰ, তাৰ কপালত হাত।" দশৰথ ৰজাই যেতিয়া চিকাৰলৈ গৈ গছ এজোপাৰ তলত বহি জিৰণি লৈছিল, তেতিয়া গছৰ ডালৰ ওপৰত বহি থকা পক্ষীজোৰাই আলোচনা কৰি-ছিল—"আমি এই ৰাজ্য এৰি আন ৰাজ্যলৈ যোৱাতোহে উচিত হব। দশৰথ ৰজাৰ ৰাজ্যত দুৰ্ভিক্ষ হৈ মানুহে

খাবলৈ নাপাই মৰিব ধৰিছে । গতিকে [illegible]মি ইয়াৰ পৰা আঁতৰি থোৱাতোহে শ্ৰেয় ।" ইয়াৰ পৰা অনুমান কৰিব পাৰি যে, [illegible] ৰ [illegible] মঙ্গলৰ বাবে সুখ-শান্তিৰ বাবে [illegible] সময় পোৱা নাছিল ? ইপিনে ত্ৰিভুন বিজয়ী ৰজা ৰাৱণৰ অত্যাচাৰত দেৱতা সকলে ঈশ্বৰৰ উপসনা কৰিব নোৱাৰিছিল । পৃথিৱীত যেতিয়া পাপে পৰিপূৰ্ণ হৈ মানৱ-সমাজত ব্যভিচাৰ ঘটি-বলৈ ধৰে, তেতিয়াই একোজন মহাপুৰুষৰ আবিৰ্ভাৱ হৈ পুনৰ ধৰ্ম্ম সংস্থাপন কৰে বুলি গীতাত উল্লেখ কৰা কথাষাৰ উলাই কৰিব নোৱাৰি ।

দশৰথ ৰজাৰ বৰপুত্ৰ শ্ৰীৰামচন্দ্ৰ সত্যপৰায়ণ মহাপুৰুষ আছিল । সাধাৰণ ধোবা এটিৰ কুৎসা শুনিয়েই মহাসতী সীতাক বনবাস দিছিল । প্ৰজাৰ প্ৰতি ৰজাৰ কি মহান কৰ্ত্তব্য আছিল তাক শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰৰ পৰা স্পষ্টকৈ বুজিব পাৰি । শ্ৰীৰামচন্দ্ৰৰ ভাতৃস্নেহো অতুল-নীয । আকৌ সেই ভাতৃকো সত্য ৰক্ষাৰ বাবে বিসৰ্জ্জন দিছিল । শ্ৰীৰামচন্দ্ৰৰ পিতৃ মাতৃৰ প্ৰতিও অগাধ ভক্তি আছিল । "পিতৃসত্য পালিবাক বনবাসে গৈলা" [ৰামায়ণ] । সেই নিমিত্তে মানৱ সমাজে শ্ৰীৰামচন্দ্ৰক ঈশ্বৰৰ অৱতাৰ বুলি স্বীকাৰ কৰে । ত্ৰেতাযুগৰ ৰজা হৰিশ্চন্দ্ৰ আখ্যানৰ পৰাও বুজা যায় যে, সেই যুগৰ ভাৰতৰ ৰজাৰ আধ্যাত্মিকতাৰ প্ৰতি

কিমান ধাউতি আছিল। শ্ৰীৰামচন্দ্ৰৰ পিছত তেওঁৰ পুত্ৰ লৱ-কুশেও যে তেওঁলোকৰ পিতৃকে অনুসৰণ কৰিছিল তাত কোনো সন্দেহ নাই। খৃষ্টপূৰ্ব্ব তিনি হাজাৰ বছৰ আগলৈকে যে ভাৰতভূমিত এখন ন্যায়ৰ ৰাজ্য স্থাপন হৈছিল তাক সহজে অনুমান কৰিব পাৰি। আধ্যাত্মিক সাধনাৰ ফল স্বৰূপে মানুহে ৰাজভোগ আৰু ৰাজত্ব কৰিবলৈ সুবিধা পায়। আকৌ যেতিয়া ৰাজ-ভোগ আৰু বিলাসভোগত লিপ্ত থাকি মানৱ-সমাজলৈ পাহৰি যায়, তেতিয়া ৰজাৰ অধঃপতন হোৱাৰ লগে লগে মানৱ-সমাজৰ পৰা ন্যায় আৰু সত্য লোপ হৈ সমাজত ব্যভিচাৰ হবলৈ ধৰে।

তিনিহাজাৰ বছৰ আগতে পৃথিবীত অসংখ্য ৰজা-মহাৰজাই ৰাজত্ব কৰিছিল। এই ৰজা সকল আছিল অসুৰ। উপনিষদৰ মতে অসুৰ বা দেৱতা বুলি আন কোনো জীৱ নাই। মানুহৰ ভিতৰতে যি সকল পৱিত্ৰ গুণী হৈও ভোগ-বাসনাশূণ্য তেওঁলোক দেৱতা। যি সকল লোভী তেওঁলোক মানুহ। যি বিলাক হিংসা-পৰায়ণ, ক্ৰুৰ প্ৰকৃতিৰ দাম্ভিক লোক তেওঁলোকে অসুৰ। এই বিলাকৰ পৰা প্ৰজাই সুখ-শান্তি পোৱা নাছিল। সেই সময়ত যদুবীৰ শ্ৰীকৃষ্ণৰ আবিৰ্ভাব হয়। শ্ৰীকৃষ্ণৰ প্ৰভাৱতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে কৌৰবৰ হাতৰ পৰা নিজ ৰাজ্য ঘুৰাই পায়। শ্ৰীকৃষ্ণক মানৱ সমাজে ঈশ্বৰৰ পূৰ্ণ

অৱতাৰ বুলি স্বীকাৰ কৰে ; বিশেষকৈ হিন্দু সকলে। প্ৰাকৃতিক গুণৰাশি শ্ৰীকৃষ্ণই আয়ত্ত কৰি লৈছিল। দুষ্টক দমন সন্তক পালন কৰা নীতিৰ তেওঁ সমৰ্থক আছিল। শ্ৰীকৃষ্ণই অসুৰ সকলক বধ কৰি ভাৰতত শান্তি স্থাপন কৰিছিল। নাস্তিক ৰজা সকলকে অসুৰ ৰজা বুলি কোৱা হয়। যিবিলাকে ৰাজগাদী পাই কেৱল নিজৰ আত্মতুষ্টিৰ বাবে প্ৰজাক শোষণ কৰে, সেই বিলাকক অসুৰ ৰজা বুলি আখ্যা দিব পাৰি।

গীতাত উল্লেখিত শ্ৰীকৃষ্ণক কুৰুক্ষেত্ৰত যুদ্ধ কৰা শ্ৰীকৃষ্ণ বুলি গান্ধীভাষ্য গীতাই স্বীকাৰ নকৰে। গান্ধীভাষ্য মতে শ্ৰীকৃষ্ণ পৰমাত্মা, অৰ্জ্জুন - মন, ধৃতৰাষ্ট্ৰ কণা বা অন্ধ, সঞ্জয় দিব্যদৃষ্টি, পাণ্ডৱ পক্ষ—সুপ্ৰবৃত্তি আৰু কৌৰৱ পক্ষ কুপ্ৰবৃত্তি। সৎপথৰ পৰা অসৎ পথলৈ নিব পৰা শক্তিটোকে কুপ্ৰবৃত্তি বোলে। যিটো আমাৰ জীৱশক্তি—সেইটোৱে শ্ৰীকৃষ্ণৰূপী ভগৱান।

যি সময়ত শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱ হৈছিল, সেই সময়তে ব্যাসদেৱে গীতা ৰচনা কৰিৰিল। গতিকে দ্বাপৰযুগৰ শ্ৰীকৃষ্ণ যে এজনা মহাপুৰুষ আছিল, তাত কোনো সন্দেহ নাই। শ্ৰীকৃষ্ণই তেওঁৰ সখি অৰ্জ্জুনক কৈছিল—"সখি তুমি গাণ্ডীৱ হাতত তুলি লোৱা। তোমাৰ স্বাধীনতা হৰণকাৰী শত্ৰুক বিনাস কৰা। যদি এই যুদ্ধত জয়লাভ কৰা, তেনেহলে তুমি ৰাজভোগ

কৰিব পাৰিবা আৰু যদি এই যুদ্ধত তুমি নিহত হোৱা তেনেহলে তোমাৰ স্বৰ্গত বাস হব।" শ্ৰীকৃষ্ণৰ উপদেশ মতে অৰ্জ্জুনে অস্ত্ৰ প্ৰয়োগ কৰি যুদ্ধত জয়ী হ'ল। ৰাজ্য দখল কৰিলে। ৰাজভোগ কৰিবলৈ সুবিধা পালে। দ্বাপৰৰ শেষত শ্ৰীকৃষ্ণৰ মহাপ্ৰয়াণৰ লগে লগে যেতিয়া ভাৰতভূমিত কলি প্ৰবেশ কৰিলে, অৰ্থাৎ মানৱ-সমাজত দুৰ্নীতিয়ে আগুৰি ধৰিলে তেতিয়া ধৰ্ম্ম যুধিষ্ঠিৰসহ পাঁচ পাণ্ডৱে দ্ৰৌপদীক লগত লৈ সশৰীৰে স্বৰ্গৰোহন কৰিলে। হিমালয় পৰ্ব্বতৰ মাজ ঠাই পাওতে বৰফত ঠেতুৱা লাগি দ্ৰৌপদীৰ ভৰি অৱশ হৈ পৰিল। দ্ৰৌপদী হামকুৰি খাই বাগৰি পৰি শাখা-সেন্দুৰে শেষ নিশ্বাস কাঢ়িলে। তাৰ পিছত সহদেৱ, নকুল আৰু বীৰ অৰ্জ্জুনেও মাজ পথতে নশ্বৰ দেহ ত্যাগ কৰিলে। আশী মোণ লোৰ গদাধাৰী ভীম যেতিয়া হিমালয়গিৰীৰ বুকুত বাগৰি পৰিল, তেতিয়া সপ্তদ্বীপ পৃথিবীত ভূমিকম্প হ'ল। অৱশেষত ধীৰ স্থিৰ ধৰ্ম্ম যুধিষ্ঠিৰে অকলে গৈ গৌৰীশৃঙ্গৰ পথেদি স্বৰ্গৰ পিনে খোজ ললে। স্বৰ্গৰ তোৰণ পাওতে যুধিষ্ঠিৰে এটা কুকুৰ দেখা পালে। তাৰ পিছত কোন খন স্বৰ্গত গৈ তেওঁ সশৰীৰে বাস কৰিলে, সেই বিষয় মহাভাৰতৰ মত অস্পষ্ট। স্বৰ্গলৈ যোৱা পথ এটি ত্ৰিভুন বিজয়ী লঙ্কেশ্বৰ ৰাৱণেও নিৰ্ম্মাণ কৰিব খুজিছিল।

পিছে শ্ৰীৰামচন্দ্ৰৰ হাতত প্ৰাণত্যাগ কৰিবলগীয়া হোৱাত সেইটো হৈ মুঠিল। শ্ৰীৰামচন্দ্ৰইও দহ হাজাৰ বছৰ ৰাজত্ব কৰি শেহত ত্ৰিবেণীত জাপ দি নশ্বৰ দেহ ত্যাগ কৰি স্বৰ্গী হোৱা বুলি ৰামায়ণত লিখা আছে। যোৱা বছৰ ত্ৰিবেণীৰ কুম্ভমেলালৈ গৈ তাত কেবাশও নৰনাৰী হেঁচা-ঠেলাত নশ্বৰ দেহ ত্যাগ কৰি স্বৰ্গী হ'ল। দাজু টেনজিঙে স্থূলবিজ্ঞানৰ সহায়েৰে ধৰ্ম্ম যুধিষ্ঠিৰ যোৱা পথটোৰেদি গৈ গৌৰীশৃঙ্গৰ উনত্ৰিশ হাজাৰ ফুট ওখ টিঙটোত উঠি আমাৰ ভাৰতীয় জাতীয় পতকাখন উৰুৱাই থৈ আকৌ মৰ্ত্ত্য লোকলৈ উভতি আহিল। গোটেই বিশ্বই তেওঁক বিজয়ীমালা ডিঙিত পিন্ধালে। তেৱো আকাশৰ ওপৰত থকা স্বৰ্গখন দেখা নাপালে।

যদুবীৰ শ্ৰীকৃষ্ণ জীৱিত থকালৈকে ভাৰতভূমিত ধৰ্ম্ম সংস্থাপন হৈ থকা বুলি প্ৰমাণ পোৱা যায়। শ্ৰীকৃষ্ণৰ মহাপ্ৰয়াণৰ লগে লগে মানৱ সমাজত কলি প্ৰবেশ কৰাত গৃহকন্দল লাগি যদুবংশ ধ্বংশ হয়। তাৰ পিছত লাহে লাহে সমাজত আকৌ ব্যভিচাৰ হবলৈ ধৰে।

খৃষ্টপূৰ্ব্ব পাঁচশ বছৰ আগত গৌতম বুদ্ধৰ আবিৰ্ভাৱ হয়। হিন্দুসকলে এওঁকো ঈশ্বৰৰ অৱতাৰ বুলি স্বীকাৰ কৰে। হিংসাপূৰ্ণ সমাজত তেৱেঁ "অহিংস পৰমধৰ্ম্ম" বাণী প্ৰচাৰ কৰিছিল। গোটেই পৃথিৱীৰ

তিনি ভাগৰ এভাগ লোক তেওঁৰ এই ধৰ্ম্মত দীক্ষিত হৈছিল। মগধৰাজ অশোকে বুদ্ধ-ধৰ্ম্মত দীক্ষিত হৈ ৬৪ হাজাৰ ভিক্ষুক ( প্ৰচাৰক ) নিযুক্ত কৰি ৮০ হাজাৰ স্তম্ভ নিৰ্ম্মাণ কৰিছিল। লঙ্কাৰ পৰা ব্ৰহ্মদেশ—তিব্বত, ভাৰতৰ পৰা যবদ্বীপ, এচিয়াৰ দক্ষিণ অংশ, চীন, কোৰিয়া, গ্ৰীছ্, ৰোম আদিত বুদ্ধ-ধৰ্ম্ম প্ৰচাৰ কৰা বুলি ইতিহাসে কয়। এই ইতিহাসো ৰজা অশোকে কোনোবা পণ্ডিতৰ দ্বাৰা যে লিখাইছিল, তাত কোনো সন্দেহ নাই। বৌদ্ধ-ধৰ্ম্ম উক্ত দেশ বিলাকত বিয়পি পৰা বুলি উল্লেখ কৰিলেও ৰোম আদি পশ্চিমীয়া কিছুমান দেশত বৌদ্ধ ধৰ্ম্মই যে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল, তাক সহজে অনুমান কৰিব পাৰি। কাৰণ বৌদ্ধধৰ্ম্মত দীক্ষিত হোৱা কোনো দেশৰ অধঃপতন হব নোৱাৰে। কিন্তু ৰোম সাম্ৰাজ্য ধ্বংস হৈছে। বৌদ্ধধৰ্ম্ম যে পৃথিবী বিয়পি প্ৰচাৰ হৈছিল, তাত কোনো সংশয় নাই। চাৰিওপিনে সিচৰিত হৈ থকা বুদ্ধমূৰ্ত্তি বিলাকে তাৰ প্ৰমাণ দিছে।

বুদ্ধদেৱৰ মহাপ্ৰয়াণৰ পাঁচশ বছৰ পিছতে যীশু খৃষ্টৰ আবিৰ্ভাৱ হয়। এইজনা মহাপুৰুষৰ প্ৰচাৰক সকলৰ সাহায্যতে পশ্চিমীয়া ৰাজশক্তিয়ে সাম্ৰাজ্য বিস্তাৰ কৰিবলৈ সুবিধা পায়। বৰ্ত্তমান বিশ্বত খৃষ্টধৰ্ম্মৰ লোকসংখ্যাই অধিক। সেই বুলি তেওঁলোকক খৃষ্টৰ

আদর্শ লোৱা বুলি কব নোৱাৰি। বৰ্ত্তমানো পশ্চিমীয়া ৰাজ শক্তিয়ে যীশুখ্বষ্টক ৰাজনীতিৰ হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰি আছে।

যীশুখ্বষ্টৰ ছশ বছৰ পিছতে হজৰত মহম্মদৰ আবিৰ্ভাৱ হয়। এইজনা মহাপুৰুষৰ ধৰ্ম্মত ভাতৃত্ব ভাৱৰ প্ৰভাৱ যথেষ্ট আছিল। কিন্তু তেওঁৰ মহাপ্ৰয়াণৰ পিছত এনে উঁদাৰ ধৰ্ম্ম প্ৰচাৰকৰ অভাৱত এই ধৰ্ম্মত সাম্প্ৰদায়িকতাই তাণ্ডৱ নৃত্য কৰিছে। "আমি মুছলমান বাকীবিলাক কাফেৰ।" এই মনোবৃত্তিয়ে হজৰত মহম্মদৰ উঁদাৰ ধৰ্ম্মত কালিমা সানিছে।

বুদ্ধৰ অনুগামী দেশবিলাকত তেওঁৰ মহাপ্ৰয়াণৰ এহাজাৰমান বছৰলৈকে যে অহিংসা নীতিয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল তাক সহজে অনুমান কৰিব পাৰি। বুদ্ধৰ আদৰ্শই মানৱ সমাজক উচ্চ স্তৰলৈ নিছিল। বুদ্ধদেৱৰ লক্ষ্য আছিল - নিৰ্ব্বাণ মুক্তি। হিন্দুৰ সাম্প্ৰদায়িকতাই আৰু ৰাজনীতিৰ কূটকৌশলে বুদ্ধধৰ্ম্মক হিন্দুধৰ্ম্মৰ বিৰোধী বুলি কিছুমান ধূৰ্ত্তই প্ৰচাৰ কৰিলে। লাহে লাহে বুদ্ধৰ আদৰ্শ লুপ্ত হবলৈ ধৰিলে। বুদ্ধ মূৰ্ত্তিবিলাক "বিষ্ণু" বা "জনাৰ্দ্দন"ৰ মূৰ্ত্তি বুলি বুজাই দি হোজালোক সকলক বিপথগামী কৰিলে। বুদ্ধদেৱৰ মৃত্যু হৈছিল হাজোত। যত বৰ্ত্তমান হয়গ্ৰীব মাধৱৰ মন্দিৰ আছে। হয়গ্ৰীব মাধৱৰ মূৰ্ত্তিটোৱে বুদ্ধদেৱৰ মূৰ্ত্তি। বুদ্ধ ধৰ্ম্মই

## অহিংস-সমাজ-বিপ্লৱ

হিন্দু সাম্প্ৰদায়িকতাক নাশ কৰি সমাজত সাম্য স্থাপন কৰাৰ ভয়তে বুদ্ধ মূৰ্ত্তিৰ নাক আৰু মুখখন ৰূপেৰে সজাই বেলেগ ৰূপ কৰি তুলিছে। বৰ্ত্তমাননৈকে তিব্বতী আৰু ভুটীয়া বুদ্ধধৰ্ম্মী লোকসকল বছৰে বছৰে মাঘ ফাগুণ মাহত তেওঁলোকৰ প্ৰিয় গুৰু মহামুনিৰ (বুদ্ধদেৱ) মূৰ্ত্তি দৰশন কৰিবলৈ আহে। দৰ্শন হৈ তেওঁলোকে মন্দিৰৰ ওচৰৰ মাটি আৰু তাত পৰি থকা শিলগুটিবিলাক টোপোলা বান্ধি নিয়ে। সেইবিলাক ভোটান, তিব্বত আদি দেশত তেওঁলোকে বিক্ৰী কৰে। কোনো লোকৰ নৰিয়া হলে সেই মাটিৰে কপালত ফোট দিয়ে। শিলবিলাক ধুই পানী খুৱায়। ইয়াৰ পৰা বুদ্ধদেৱৰ প্ৰতি তেওঁলোকৰ সৰল ভক্তিৰ পৰিচয় পোৱা যায়। এই কথা তিবেটৰ ইতিহাস, অভিধান আৰু ভুৰি ভুৰি প্ৰমাণ দি পৰ্টুগীজ প্ৰৰ্য্যটকে লিখি থোৱা কথাৰ পৰা সংগ্ৰহ কৰি সুপ্ৰসিদ্ধ সাহিত্যিক শ্ৰীদৈবচন্দ্ৰ তালুকদাৰে "বুদ্ধ হাজো" নামৰ ইংৰাজী পুস্তিকা এখনত প্ৰকাশ কৰিছে।

বুদ্ধদেৱৰ পিছতে লাহে লাহে শাক্ত, শৈৱ, বৈষ্ণৱ আদি কেইটাও ধৰ্ম্মমত প্ৰচাৰ হবলৈ ধৰিলে। হিন্দুৰ ভিতৰত অসংখ্য সম্প্ৰদায়ৰ সৃষ্টি হল। ক্ৰমান্বয়ে আমাৰ সমাজত দলাদলি হবলৈ ধৰিলে। ইয়াৰ সুবিধা লৈয়ে বাৰ নদী তেৰ সমুদ্ৰ পাৰ হৈ আহি ইংৰাজ বণিকে

ভাৰতবৰ্ষ দখল কৰি ভাৰতবাসীক দাসত্ব পাশত বান্ধিবলৈ সুবিধা পালে ।

মানৱ সমাজত যেতিয়া অৰ্থনীতি আৰু ৰাজনীতিৰ অসমতাই ভীষণ মুৰ্ত্তি ধাৰণ কৰে, তেতিয়াই ধৰ্ম্মনীতি আঁতৰি যায় । তেতিয়া মানবীয় ৰীতিনীতিৰ প্ৰতি মানৱৰ শ্ৰদ্ধা নোহোৱা হয় । মানৱ সমাজৰ পৰা সাম্য-মৈত্ৰীভাৱ লোপ হোৱাৰ লগে লগে হিংসা-নীতিৰ ফালে মানৱ-মনৰ গতি ঢাল খায় । ভাৰতীয় আধ্যাত্মিক সমাজক যে অৰ্থনীতি আৰু ৰাজনীতিয়ে কলুষিত কৰিছে তাক সহজে অনুমান কৰিব পাৰি ।

৫৯০ খৃষ্টাব্দত শ্ৰীশঙ্কৰাচাৰ্য্যৰ আবিৰ্ভাৱ হয় । সেই সময়ত আমাৰ সমাজত আৰ্থিক অসাম্যই যে বিকট মূৰ্ত্তি ধাৰণ কৰিছিল, তাক সহজে অনুমান কৰিব পাৰি । শঙ্কৰাচাৰ্য্যৰ "মহামুদগৰ"ৰ ষোলটা শ্লোকতে ইয়াৰ যথেষ্ট ইঙ্গীত পোৱা যায় ।

"অৰ্থং মনৰ্থক ভাৱয় নিত্য ।
হৰতি নিমিষাত কালং সৰ্ব্ব ॥ ইত্যাদি

শঙ্কৰাচাৰ্য্যই মানৱ সমাজক পুনৰ কেনেকৈ আধ্যাত্মিক সমাজৰ ফালে ঢাল খুৱাব পাৰি, তাৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল ।

১০১৭ খৃষ্টাব্দত ৰামানুজ স্বামীৰ আবিৰ্ভাৱ হয় । তেৰে বেদান্ত ভাষ্য; গীতা ভাষ্য আদি ৰচনা কৰি

## অহিংস-সমাজ-বিপ্লৱ

.অদ্বৈতবাদী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। ৰামানুজ স্বামীৰ পিছত; পাঁচশ বছৰ আগতে শ্ৰীমন্ত শঙ্কৰ, শ্ৰীচৈতন্য ৰামানন্দ আৰু হৰিদাস আদি মহাপুৰুষসকলে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি আমাৰ সমাজক একতা ডোলেৰে বান্ধিবলৈ চেষ্টা কৰে। শ্ৰীচৈতন্যই বঙ্গদেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তেওঁ শ্ৰীকৃষ্ণৰ লগত ৰাধাকো সঙ্গিনীৰূপে ৰাখিছিল। ৰামানন্দ আৰু হৰিদাসে শ্ৰীৰাম আৰু তেওঁৰ প্ৰিয়শিষ্য হনুমানৰ আৰাধনা কৰিছিল। আমাৰ অসমত শ্ৰীমন্ত শঙ্কৰে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। প্ৰতীক আছিল শ্ৰীকৃষ্ণ। শ্ৰীমন্ত শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্মত জাতিভেদ নাই। শ্ৰীমন্ত শঙ্কৰৰ শিষ্য আছিল নগাপাহাৰৰ নৰোত্তম আতৈ, গাৰোপাহাৰৰ গোবিন্দ আতৈ, শ্ৰীমন্ত শঙ্কৰৰ ধৰ্ম্মত যৱনেও ঠাই পাইছিল।

"কুকুৰ গৰ্দভ চণ্ডালৰো আত্মৰাম।
সবাকো পৰিয়া ভূমি কৰি প্ৰণাম॥"

যিবিলাকে আপোনপেটীয়া ভাৱ ত্যাগ কৰিব পৰা নাই তেওঁলোকে শ্ৰীমন্ত শঙ্কৰৰ ধৰ্ম্মমত বুজি নাপায়। শ্ৰীমন্ত শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্মৰ পুৰ্ব্বে অতি তাকৰ সংখ্যক ধূৰ্ত্তলোকে আমাৰ সমাজত ঈশ্বৰৰ স্থান অধিকাৰ কৰিছিল। সেই দেখি শ্ৰীমন্ত শঙ্কৰৰ প্ৰিয় প্ৰধান শিষ্য মহাপুৰুষ মাধৱদেৱে নাম ঘোষাত উল্লেখ কৰিছে।

# অহিংস-সমাজ-বিপ্লৱ

"হৰিনাম গুপ্ত ভৈল মনুষ্যত পূজা ৰৈলা
বুলি গৰ্ব্ব কৰে দেৱ সৰ্ব্ব।
হেন হৰিনাম ধৰ্ম্ম শঙ্কৰে বিদিত কৰি
চুৰ কৈলা দেৱতাৰ গৰ্ব্ব ॥"

এনেধৰণৰ ধূৰ্ত্তলোক কিছুমানৰ চক্ৰান্তই আমাৰ সমাজক বিপথগামী কৰিছিল। আনকি ৰজাকো ফুচুলাই ঈশ্বৰৰ নামত বহুতো মাটিবাৰী লৈ বংশানুক্ৰমে ভোগকৰি সমাজত অৰ্থনৈতিক অসাম্যৰ সৃষ্টি কৰে। শ্ৰীমন্ত শঙ্কৰে শ্ৰেনীহীন সমাজ এখন গঠন কৰা বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰা দেখি উক্ত ধূৰ্ত্তলোক কিছুমানে তেওঁক হত্যা কৰিবলৈ চেষ্টা কৰিছিল। সৎশক্তিক কোনো পাশৱিক শক্তিয়ে দমন কৰিব নোৱাৰে। শেষতগৈ ৰজাই শ্ৰীমন্ত শঙ্কৰক সত্ৰ পাতিবলৈ বহুতো মাটি-বাৰী দিলে। শ্ৰীমন্ত শঙ্কৰ আৰু শ্ৰীমন্ত মাধৱদেৱে অসমৰ গাঁৱে গাঁৱে ভ্ৰমি নামঘৰ সজালে। এই নামঘৰবিলাক আমাৰ গাঁৱলীয়া জীৱনৰ একোটি আধ্যাত্মিক বিদ্যাপীঠ। যীশুখৃষ্টৰ প্ৰেম, হজৰত মহম্মদৰ ভাতৃত্ব, বুদ্ধৰ অহিংস। শ্ৰীকৃষ্ণৰ সংযম আদি সংমিশ্ৰণ মানৱীয় ধৰ্ম্ম শ্ৰীমন্ত শঙ্কৰৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ মাজতে নিহিত আছে। শ্ৰীমন্ত শঙ্কৰে প্ৰচাৰ কৰা ধৰ্ম্মক "নাম ধৰ্ম্ম"ও বোলে। যিহেতু হৰি নাম কীৰ্ত্তনৰ জৰিয়তে মানৱ-সমাজত যিমানখিনি সাম্যভাৱ গাঢ় কৰিব পাৰিব, আন পথেদি

সিমান সহজ নহয় । যিবিলাকে সমাজক শোষণ কৰা চিন্তাতে ব্যস্ত থাকে তেওঁলোকে সমূহীয়া নামকীৰ্ত্তন ভাল নাপায় । কাৰণ মানৱ-সমাজত সাম্যভাৱে বিৰাজ কৰিলে এনেধৰণৰ "নৰদেৱ" সকলে পৰৰ মূৰত কঠাল ভাঙি, পাশৱিক তৃপ্তি পূৰণ কৰি আত্মঘাতী হবলৈ সুবিধা কৰি লব নোৱাৰে । বৰ্ত্তমান আমাৰ সমাজত অৰ্থ-নৈতিক অসাম্যৰ সুবিধা লৈ আকৌ কিছুমান পাবত্ত গজা "নৰদেৱ"ৰ সৃষ্টি হবলৈ ধৰিছে । তেওঁলোকে নিজে অভিজাত শ্ৰেণীৰ লোক বুলি গৌৰৱ বোধ কৰে । তেওঁলোকৰ বহুতে শ্ৰীকৃষ্ণ, বুদ্ধ, শঙ্কৰচাৰ্য্য, ৰামানুজ, শ্ৰীমন্ত শঙ্কৰ আদি মহাপুৰুষ সকলৰ বাণী সমূহ মুখস্থ কৰি লৈছে । কিন্তু সাম্য-সমাজৰ মাজত তেওঁলোকে সোমাবলৈ ইচ্ছা নকৰে ।

ৰজা-মহাৰজাসকলেও ৰাইজৰ মঙ্গলৰ বাবে যথেষ্ট কাম কৰে । কিন্তু তেওঁলোকৰ গাদীৰক্ষাৰ বাবে যিমানখিনি ব্যভিচাৰ কৰিবলগীয়া হয়, সেই অনুসাৰে তেওঁলোকে কৰা জনহিতকৰ কাৰ্য্যৰ একো মূল্য নাথাকে । আনকি মন্ত্ৰীসভা আৰু নিজৰ মঙ্গলৰ বাবে তেওঁলোকে মহাপুৰুষসকলকো হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰিবলগীয়া হয় । ৰাজনৈতিক মাদকতাত মত্ত হৈ ৰাজনীতিকসকলে আত্মতুষ্টি আৰু ইন্দ্ৰিয় ভোগত লিপ্ত হৈ মানৱ-সমাজৰ

প্ৰতি অন্যান্য আচাৰণ কৰিয়ে অতীতৰ ৰজা মহাৰজাসকলৰ চিন-চাব নোহোৱা হল।

আগতে উল্লেখ কৰা হৈছে যে শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱৰ স্থাপিত আধ্যাত্মিক বিদ্যাপীঠ আছিল—নামঘৰবিলাক। তাত আড়ম্বৰ শূণ্য শিক্ষা দিছিল—

"শাস্ত্ৰত উত্তম গীতা-ভাগৱত,
ধৰ্ম্মৰ উত্তম নাম।
দেৱৰ উত্তম দৈৱকী নন্দন
চৰণে কৰো প্ৰনাম॥"

শঙ্কৰী আদৰ্শই জাতিভেদ বিচাৰ নকৰি সমবে হৰিনাম কীৰ্ত্তনৰ মাজেদি ভাতৃত্বভাৱ গাঢ় কৰিছিল তথাপিও তাৰে মাজেদি সমাজৰ ধূৰ্ত্তলোক কিছুমানে আমাৰ সমাজৰ নিৰক্ষৰতাৰ সুবিধা লৈ সম্প্ৰদায়িকতা ঠেক মনোবৃত্তিৰে বৰ্ত্তমানলৈকে চলি আছে। এনেকুৱা জঘন্য সাম্প্ৰদায়িকতাক নিৰ্ম্মূল কৰিব নোৱাৰিলে আমাৰ সমাজত সাম্য স্থাপন হব নোৱাৰে। অসব বিবাহ আৰু আৰ্থিক সাম্যৰ দ্বাৰাও এই কাম সহা কৰিব পাৰে। চৰকাৰী আইনৰ দ্বাৰাও এই ক সোনকালে বাধ্যতামূলক কৰিব পাৰি। কিন্তু ব্যা স্বাধীনতাত হস্তক্ষেপ হোৱাৰ ভয়তে সেই কাম লো তান্ত্ৰিক কোনো চৰকাৰে কৰিব নোৱাৰে। লোভ বৃত্তি আৰু চাকৰী আদিৰ দ্বাৰাও চৰকাৰে এই ক

কিছু পৰিমাণে সমাধা কৰিব পাৰে। জনজাতিৰ লোকসকলৰ মাজত বৈবাহিক সম্বন্ধ কৰিব নোৱাৰিলে, আন পথেদি দ্ৰুত গতিত তেওঁলোকক উন্নত কৰিব নোৱাৰে।

কুৰি শতিকাত মোহনদাস কৰমচাঁদ গান্ধী "মহাত্মা গান্ধী"ৰ আবিৰ্ভাৱ হয়। তেওঁ পোনতে ৰাজনীতিত প্ৰৱেশ কৰে। পৰাধীন ভাৰতৰ মুক্তিৰ বাবে প্ৰবল প্ৰতাপী ইংৰাজৰ লগত তেওঁ যুদ্ধ ঘোষণা কৰে - স্বৰাজৰ বাবে। পৃথিবীৰ পাঁচ ভাগৰ এভাগ লোক থকা ভাৰতৰ মুক্তিৰ বাবে তেওঁ পুৰা দেড়কুৰি বছৰ যুদ্ধ পৰিচালনা কৰে। ইংৰাজে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দুপৰ নিশা ভাৰত এৰি যাবলৈ বাধ্য হয়। আমাৰ পূৰ্ণঅৱতাৰ শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰ হাতত লৈ যুদ্ধত জয়ী হৈছিল। কিন্তু আমাৰ বাপুজীৰ সুদৰ্শন চক্ৰ আছিল— যঁতৰটি আৰু অস্ত্ৰ হিচাবে প্ৰয়োগ কৰিছিল—"অহিংস সত্যাগ্ৰহ"। গান্ধীজীয়ে কঠোৰ তপস্যাৰ দ্বাৰা ৰাজনৈতিক স্বাধীনতা অৰ্জ্জন কৰিলে। কিন্তু তেওঁৰ কল্পিত "স্বৰাজ" ভাৰতবাসীয়ে এতিয়াও পোৱা নাই। ভাৰতীয় আধ্যাত্মিক অস্ত্ৰ অহিংস নীতি প্ৰয়োগ কৰি তেওঁ আমাক স্বৰাজৰ দুৱাৰ মুখত ঠিয় হবলৈ দি বাপুজীয়ে নশ্বৰ দেহ ত্যাগ কৰিলে। স্বৰাজ-দুৱাৰত বন্ধ হৈ থকা বাহুলি সচাটো বাপুজীয়ে আমাক দি

যোৱা অহিংসৰূপী চাবিটোৰে মেলিব লাগিব। স্বৰাজৰ বাবে গান্ধীজীয়ে আমাক অহিংস সমাজ-বিপ্লৱৰ শিক্ষা দি গৈছে।

বৰ্ত্তমান বিশ্বত ২৪০ কোটি মানৱৰ মাজত দুটি নীতিলৈ প্ৰতিযোগিতা চলিছে। এফালে ধন-তান্ত্ৰিক ৰাষ্ট্ৰ আমেৰিকা আৰু তাৰ অনুগামী ৰাষ্ট্ৰবিলাক। আনপিনে কমিউনিষ্ট ৰুছিয়া, কমিউনিষ্ট চীন আৰু তেওঁলোকৰ অনুগামী ৰাষ্ট্ৰবিলাক। এই শক্তিবিলাকে মাৰণাস্ত্ৰৰ বাবে কোটি কোটি টকা খৰচ কৰিব ধৰিছে। তেওঁলোকে গান্ধীজীৰ অহিংস নীতিক বিশ্বাস নকৰে। যি কোনো উপায়েৰে ৰাজনৈতিক উদ্দেশ্য সিদ্ধি কৰিবলৈ চেষ্টা কৰি আছে। এই দুই পক্ষৰ সৃজনী শক্তিতকৈ ধ্বংস কৰা শক্তি প্ৰৱল। পুৰণিকলীয়া ৰাজনীতিৰ ওপৰতে এই পক্ষবিলাকৰ শ্ৰদ্ধা বেছি। কিন্তু গান্ধীবাদে সেইটো বিশ্বাস নকৰে। হিংসা-বিদ্ৰোহৰ দ্বাৰা বিশ্বত কেতিয়াও স্থায়ী শান্তি স্থাপন হব নোৱাৰে। সেই নিমিত্তে গান্ধীজীয়ে কেৱল ৰাজনৈতিক স্বাধীনতাতে সন্তুষ্ট নাথাকি মানৱ-সমাজক স্বৰাজৰ পথ দেখুৱাই দিছে। গান্ধীজীৰ স্বৰাজ মানে ৰামৰাজ্য বা ন্যায়ৰ ৰাজ্য। "মোৰ স্বৰাজৰ অৰ্থ কি ?" (what Swaraj means to me) বুলি গান্ধীজীয়ে এটি অতি সাৰুৱা চুটি প্ৰবন্ধ লিখি থৈ গৈছে। গান্ধীবাদ হৈছে—

# অহিংস-সমাজ-বিপ্লৱ

এখনি সত্যত প্ৰতিষ্ঠিত দৰ্শন। মানৱ-জীৱন গঠন কৰা ই এপাত পাশুপাত অস্ত্ৰ। যি প্ৰৱল-প্ৰতাপী ইংৰাজে ভাৰতক পোনে ডুশবছৰ পৰাধীন কৰি ৰাখিছিল, সেই ইংলণ্ডৰ ভুতপুৰ্ব্ব প্ৰধান মন্ত্ৰী মিঃ ক্লিমেণ্ট এট্‌লিয়েও অন্তঃকৰণেৰে স্বীকাৰ কৰি কবলৈ বাধ্য হৈছে— ''ভাৰতে অলপতে বৃহৎ লোকতান্ত্ৰিক নিৰ্ব্বাচন শেষ কৰিছে। এই নিৰ্ব্বাচনত ১১০ নিযুত লোকে ভোট দানত অংশ গ্ৰহণ কৰিছে। ভাৰত কেৱল লোক-তান্ত্ৰিকে নহয়। মহাত্মাগান্ধীৰ অহিংস নীতিত প্ৰতিষ্ঠিত ইয়াৰ এটি নিজস্ব দাৰ্শনিক মতবাদ আছে।''

ঈশ্বৰ বিশ্বাসী মানৱ-সমাজত যিবিলাক মহাপুৰুষৰ আবিৰ্ভাৱ হৈছিল, তেৰাসকলৰ অন্যতম যীশুখ্ৰীষ্টৰ মতে তেওঁ ঈশ্বৰৰ পুত্ৰ। ঈশ্বৰৰ বাসস্থান—স্বৰ্গত। হজৰত মহম্মদৰ মতে তেওঁ পয়গম্বৰ, আল্লা (ঈশ্বৰ) বেহেস্তত (স্বৰ্গত) থাকে। শ্ৰীকৃষ্ণৰ মতে ''সমস্ত ভূতত ব্যাপী আছো মই হৰি, সবাকো জানিবা তুমি বিষ্ণু বুদ্ধি কৰি''। তাকো যদি চিন্তা কৰিবলৈ অসমৰ্থ হোৱা তেনেহলে "মোক পুজা কৰা ধনঞ্জয়, মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ, মোক কৰা পুজা, মোক কৰা নমস্কাৰ।'' বুদ্ধদেৱৰ মতে—"অহিংস পৰমোধৰ্ম্ম, "বুদ্ধংশৰণং গচ্ছামি, ধৰ্ম্মংশৰণং গচ্ছামি, সঙ্ঘং শৰণং গচ্ছামি।''

# অহিংস-সমাজ-বিপ্লৱ

গান্ধীজী আৰু বুদ্ধদেৱৰ ধৰ্ম্মমত প্ৰায় একে ধৰণৰ। বুদ্ধদেৱৰ "অহিংস পৰমোধৰ্ম্ম"ৰ মাজৰ পৰা গান্ধীজীয়ে ন্যায় আৰু সত্যক উদঘাটন কৰি উলিয়াইছে। গান্ধীজীৰ মতে ঈশ্বৰে কতো চতুৰ্ভুজ মূৰ্ত্তি ধৰি গছৰ তলত বা স্বৰ্গত বহি নাথাকে। "ন্যায় আৰু সত্যই ঈশ্বৰ" বুলি তেওঁ স্বীকাৰ কৰিছে।

গান্ধীজীৰ দীক্ষাৰ বিষয় আজিকালি কোৱাতো জটিল হৈ পৰিছে। তেওঁৰ দীক্ষা আমি কামত লগাবলৈ এৰি দিছো। তথাপি ভাৰত তথা মানৱতাৰ হকে তেওঁ দি যোৱা নতুন আদৰ্শ সোঁৱৰণ কৰাতো মানৱ-সমাজৰ পক্ষে মঙ্গলজনক। গান্ধীজীৰ দীক্ষাৰ সাৰ তত্ত্ব কি আছিল? সত্য আৰু অহিংসাৰ মূল্য মানৱ-সমাজৰ আগত কেবাগৰাকীও ধৰ্ম্ম গুৰুৱে দি গৈছে। তেনেহলে গান্ধীজীৰ শিক্ষাৰ বিশেষত্ব কি? তেওঁ মানৱ-সমাজক দিয়া দান আৰ্থিক, ৰাজনৈতিক, ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত গান্ধীজীয়ে প্ৰয়োগ কৰিছিল। এনেকুৱা কাম পূৰ্ব্বৰ ধৰ্ম্ম গুৰুসকলে কেতিয়াবাহে কৰিছিল। গোটেই জীৱনটো গান্ধীজীয়ে নিজক বিশেষকৈ সমাজিক, আৰ্থিক আৰু ৰাজনৈতিক সমস্যাৰ লগত জড়িত ৰাখিছিল। তেওঁ মানৱক ঈশ্বৰৰ ৰাজ্য অন্তৰে বাহিৰে বিচাৰিবলৈ কৈছিল। তেওঁৰ মতে প্ৰকৃত আধ্যাত্মিকতা মানৱ-কাৰ্য্যৰ বিভিন্ন পৰ্য্যায়ত

বিকাশ পায়। মানৱ-ইতিহাসে প্ৰমাণ কৰে যে ব্যক্তিগত নৈতিকতা, আৰ্থিক আৰু ৰাজনৈতিক নৈতিকতাতকৈ বহুত উন্নত। মানৱ-চৰিত্ৰই পৰস্পৰে বিশ্বাস, সহযোগিতা, সত্য আৰু অহিংসাত ভিত্তি কৰে। সমূহীয়া আৰু ৰাজনৈতিক আদান-প্ৰদানত আপোনপেটীয়া, অবিশ্বাসী, ধূৰ্ত্ত, হিংসা আৰু সংগ্ৰামৰ মনোবৃত্তি জগায়। ইয়াত শক্তিয়েই অধিকাৰ কৰে। কৃতকাৰ্য্যতাৰ একমাত্ৰ অস্ত্ৰ নৈতিক বিধান। আন পিনে ব্যক্তিগত আদান-প্ৰদানে মানুহক চুবুৰীয়া হিচাবে ব্যৱহাৰ কৰে আৰু বহুতো ক্ষেত্ৰত আত্মত্যাগ কৰিবলৈ শিক্ষা দিয়ে। সমূহীয়া আৰু ৰাষ্ট্ৰৰ মাজৰ পৰস্পৰ আদান-প্ৰদানত ইজনে সিজনক শত্ৰু বুলি ভাৱে। যুদ্ধই এনে ধৰণৰ অবিশ্বাস আৰু শত্ৰুতা বহুত গুণে বৃদ্ধি কৰে। ইয়ে মানৱ প্ৰকৃতিক উদং কৰি দেখুৱাই দিছে। দেশপ্ৰেম, আত্মত্যাগ আৰু সাহসিতাৰ নামত ব্যক্তিক গম নোপোৱাকৈ ব্যভিচাৰী আৰু সমাজদ্ৰোহী কৰে। প্ৰত্যেকৰ নিজ নিজ নৈতিকতাৰ মূল্য আছে। সত্যৰ ভেতিত অৰ্থ-নৈতিক আৰু ৰাজনৈতিক জীৱন গঢ়ি তুলি অহিংস আৰু স্বাৰ্থহীনতাৰে গান্ধীজীয়ে মানৱ-জীৱনক নৈতিকতাৰ ভেতিত প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। ইয়াৰ সহায়ৰে গান্ধীজীয়ে বিবাদ মীমাংসা কৰা উপায় উলিয়াইছে।

# অহিংস-সমাজ-বিপ্লৱ

গান্ধীজীয়ে আঞ্চলিক অর্থনীতি আৰু বিকেন্দ্ৰীভূত উদ্যোগ আঁচনিৰে সমাজ গঢ়িব বিচাৰিছিল। এইদৰে তেওঁ নৈতিকতা, সামাজিক, অৰ্থনীতি আৰু ৰাজনীতিৰ মাজত সাম্য ঘটাবলৈ যত্ন কৰিছিল। কাৰ্য্যকৰী লোকতন্ত্ৰ প্ৰতিষ্ঠা আৰু বিশ্বশান্তিৰ বাবে গান্ধীজীয়ে এই পথ দেখুৱাইছে। এইটো হৈ উঠিলে যুদ্ধ আৰু হিংসাৰ পৰা নিস্তাৰ পোৱা যাব। মানৱৰ উন্নতিৰ পথ সিমান উজু নহয়। গান্ধীজীয়ে বৰ্ণাব নোৱাৰা দুখ-কষ্ট স্বীকাৰ কৰি মানৱ-সমাজৰ বাবে এটি অতি উচ্চ আদৰ্শ আমাৰ আগত থৈ গৈছে। এই বুলি গান্ধীবাদী পণ্ডিত আচাৰ্য্য জীৱৎৰাম ভগবানদাস কৃপালনিয়ে গান্ধীজীৰ দীক্ষা সম্বন্ধে ৰাখ্যা কৰিছে।

গান্ধীজীৰ অৰ্থনীতিৰ মৰ্ম্ম জীৱনৰ আৰ্থিক মূল্য আৰোপতকৈ ইয়াৰ মানৱ-মূল্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা নিহিত আছে। গান্ধীজীৰ মতে ধনৰ টোপোলাৰ মূল্যতকৈ মানৱ-জীৱনৰ মূল্য বহুত বেছি। সেই নিমিত্তে তেওঁ আৰ্থিক আৰু সামাজিক আদান-প্ৰদানত ন্যায় আৰু নৈতিক বিবেচনাক সবাতোকৈ ওখ ঠাই দিছে। হিংসা আৰু শোষণৰ ভেতিত প্ৰতিষ্ঠিত আৰ্থিক ব্যৱহাৰৰ ঠাইত গান্ধীজীয়ে অহিংস আৰু সমবায় সমাজ-গঠন কৰিবলৈ বিচাৰিছে। শোষণ-হীন-সমাজ এখনত জীৱনৰ সৰলতা আৰু শ্ৰমৰ মৰ্য্যাদা অতি

বিশিষ্ট। আনৰ শ্ৰমৰ ওপৰত কেইজনমান লোকক বৰ্ত্তি থাকিবলৈ দিলে, মানৱ-সমাজত শান্তি আৰু সম্প্ৰীতি স্থাপন হব নোৱাৰে। সেই নিমিত্তে গান্ধীজীয়ে সৰল জীৱণ-যাপন আৰু উচ্চ চিন্তাৰ ওপৰত ভৰ দি মানৱ-সমাজক কম বেছি পৰিমাণে আত্ম-নিৰ্ভৰশীল হবলৈ শিক্ষা দিছে।

গান্ধীজীৰ মতে অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষমতা কেইজনমান লোকৰ হাতত কেন্দ্ৰীভূত হোৱা মানে হিংসা আৰু সমাজত মনোমালিন্তৰ সূত্ৰপাত হোৱা বুজায়। সেই নিমিত্তে পশ্চিমীয়া কেন্দ্ৰীভূত আৰু যান্ত্ৰিক উদ্যোগ ব্যৱস্থাক উদগনি নিদি ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্প সমবায় আৰু গাৱলীয়া প্ৰচেষ্টাৰ যোগেদি বিকেন্দ্ৰীভূত উৎপাদন আৰু বিতৰণ ব্যৱস্থাক গান্ধীজীয়ে সমৰ্থন কৰিছে। গান্ধীজীয়ে কুটীৰ শিল্পৰ উন্নতিৰ নিমিত্তে বৈজ্ঞানিক আৰু কাৰিকৰী শিক্ষাৰ অগ্ৰগতিত মূল্য দিছিল। নিয়োগ হীনতা নিবন্নুৱাৰ সৃষ্টি কৰা মানৱৰ দুৰ্গতি বিনিময়ত তেওঁ কাৰ্য্য-ক্ষমতাৰ প্ৰেমিক নহয়। গান্ধীজী ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্প অৰ্থনীতিৰ দৃঢ় বিশ্বাসী আছিল।

গান্ধীজী সকলো যন্ত্ৰপাতিৰে বিৰোধী নাছিল। তেওঁ শ্ৰম কমোৱা পদ্ধতিৰহে বিৰোধী আছিল। যতঁৰ এটি সৰু যন্ত্ৰ। মানুহৰ শৰীৰটোও এটা সুক্ষ্মাঙ্গ যন্ত্ৰ। গান্ধীজীয়ে মধ্যযুগীয়া আৰু অযুক্তিকৰ ব্যৱস্থাৰ

# অহিংস সমাজ বিপ্লৱ

অৰ্থনৈতিক সমস্যা সমিধান কৰাতো বিশ্বাস নকৰে। যেতিয়া বন্ধুৱা কম থাকে, তেনে অৱস্থাত যন্ত্ৰ আৰু শ্ৰম কম কৰাৱ পদ্ধতি প্ৰয়োগ কৰিলে গান্ধীজীয়ে বেয়া নাপাইছিল। কিন্তু ভাৰতৰ নিচিনা পঁয়ত্ৰিশ কোটি লোক থকা ৰাষ্ট্ৰত অতিৰিক্ত যন্ত্ৰপাতি ব্যৱহাৰ কৰা মানৱতাৰ বিৰুদ্ধে পাপ বুলি কৈছে। সমাজৰ আৰ্থিক সাম্য লাভত গান্ধীজীয়ে অধিক গুৰুত্ব আৰোপ কৰিছে। তেওঁ স্বীকাৰ কৰিছে যে পুৰ্ণ সমতা লাভ কৰা অসম্ভৱ কথা। আনকি প্ৰকৃতিয়েও সকলো সমান হোৱাতো নিবিচাৰে। কিন্তু বৰ্ত্তমানৰ সমাজ-ব্যৱস্থাৰ আকাশ-পাতাল প্ৰভেদ মানুহৰ মাজত থকা আৰ্থিক শোষণ কৰা এটি কৌশলহে। গান্ধীজীয়ে থকা আৰু নথকাৰ মাজৰ পাৰ্থক্য সংযোগ কৰি পৃথিবীত শুভইচ্ছা আৰু সম্প্ৰীতি স্থাপন কৰিবলৈ আহ্বান জনাইছে। এনে ধৰণৰ আৰ্থিক আৰু সামাজিক সাম্য বিকেন্দ্ৰীভূত আৰু ক্ষুদ্ৰ আয়তন সমবায় ব্যৱস্থাৰেহে সম্ভৱ হব পাৰে। এই বুলি গান্ধীবাদী অৰ্থনীতিবিদ শ্ৰীএছ, এন, আগৰৱালাই গান্ধীজীৰ অৰ্থনীতি সূত্ৰৰ ব্যাখ্যা কৰিছে।

গান্ধীজীৰ হিন্দুৰ ঘৰতে জন্ম হৈছিল। হিন্দু ভাৱেই জীৱন কটাই মৃত্যু বৰণ কৰিছে। কিন্তু তেওঁ নিজে মুছলমান, খৃষ্টান আৰু বৌদ্ধধৰ্ম্মী বুলিও

দাবী কৰিছিল। তেওঁ নিজেও বিশাস কৰিছিল যে সত্যৰ পুজাৰীসকল গুৰিতে একধৰ্ম্মী। তেওঁ ঈশ্বৰ মানে কি বুজিছিল ? তেওঁৰ মনত সত্যকে তেওঁ ঈশ্বৰ বুলি ভাবিছিল। "সত্যই ঈশ্বৰ''। সত্য কেৱল মনেৰে উপলব্ধি কৰাটোহে ঠিক নহয়। গান্ধীজীয়ে বিশ্বাস কৰা সত্য হৈছে—জীৱনৰ সত্য। ঈশ্বৰে সত্য আৰু ঈশ্বৰে প্ৰেম। চমুকৈ কবলৈ গলে অহিংস মানৱ উদ্যমৰ মাজতে এই মহান শক্তি নিহিত আছে। এই বিশ্বাসত তেওঁ অচল-অটল আছিল। বৰ্ত্তমানৰ আৰ্থিক আৰু ৰাজনৈতিক জীৱনত এই নীতি প্ৰকাশৰ বাবে উত্তম পথ বাছি লৈছিল। তেওঁ কৈছিল যে ''গোটেই বিশ্বখনক সমুখত্ চাবলৈ হলে ক্ষুদ্ৰতকৈ ক্ষুদ্ৰ বস্তুক নিজৰ দৰে দেখিব আৰু ভাল পাব লাগিব। যি লোকে এই নীতি সম্যক ভাৱে উপলব্ধি কৰে, তেওঁ জীৱনৰ কোনো কাৰ্য্য-ক্ষেত্ৰৰ পৰা নিজক বাহিৰ কৰি লব নোৱাৰে। মোক ঈশ্বৰ-ভক্তিয়ে ৰাজনীতি ক্ষেত্ৰলৈ টানি নিছে। মই কব খোজো যে যিজনে ৰাজনীতিৰ লগত ধৰ্ম্মৰ সম্বন্ধ নাই বুলি কয়। তেওঁ ধৰ্ম্মৰ মানে কি বুজি নাপায়।'' গান্ধীজীয়ে সদায় কৈ থাকে যে ''মই ব্যক্তি ঈশ্বৰত বিশ্বাস নকৰো। কিন্তু এক ঈশ্বৰত বিশ্বাস কৰো দেৱতা মূৰ্ত্তিক নহয়। ঈশ্বৰকহে প্ৰাৰ্থনা।

কৰিব লাগে।" আত্মপ্ৰেম অতিক্ৰম কৰিবলৈহে গান্ধীজীয়ে প্ৰাৰ্থনাৰ দ্বাৰা বল পাইছিল। সেই নিমিত্তে পৰৰ বাবে নিজক সৰ্ব্বস্ব উছৰ্গা কৰিব পাৰিছিল। তেওঁৰ আত্মজীৱনীত লিখিছে—"মোৰ জীৱনৰ অভিজ্ঞতাই প্ৰত্যয় জন্মাইছে যে সত্যৰ বাহিৰে আন ঈশ্বৰ নাই। সত্যৰ যি ক্ষীণ জিলিকনি মই অনুভৱ কৰিছো, সেয়ে মোৰ মনত অৱৰ্ণনীয় ৰূপ বিলাইছে।" গান্ধী-আদৰ্শত মুগ্ধ হৈ বিখ্যাত ইংৰাজ সাংবাদিক মিঃ হোৰেছ আলেকজেণ্ডাৰে এনে ধৰণে গান্ধীবাদ ব্যাখ্যা কৰিছে।

গান্ধীজীৰ স্বৰাজ পৰিকল্পনাখন গীতা আৰু ভাগৱতকৈও ওখ-খাপৰ। গীতা-ভাগৱতে মানৱ-সমাজত যি নিৰপেক্ষ গুণ আৰু কৰ্ম্মক মৰ্য্যদা দিছিল, তাক বৰ্ত্তমান মানৱ-সমাজে উপেক্ষা কৰিছে। বিশেষকৈ ভাৰতভূমিত গুণ আৰু কৰ্ম্মক বংশানুক্ৰমে দাবী কৰি মানৱ সমাজৰ মৰ্য্যদা হানি কৰিছে। কিন্তু গান্ধীবাদ বা গান্ধীদৰ্শনে মানৱ-সমাজক একেটি বৰ্ণতে দেখুৱাইছে। গান্ধীজীয়ে পুৰ্ব্বৰ ঋষি-মুনিয়ে কল্পনা কৰা স্বৰ্গৰাজ্যখন মৰ্ত্ততে "ৰামৰাজ্য" বা "ন্যায়ৰ ৰাজ্য" প্ৰতিষ্ঠা কৰিবলৈ মানস কৰিছিল। মানৱ-সমাজত যেতিয়া ভোগ-বিলাসৰ প্ৰাধান্য নোহোৱা হৈ আত্ম-স্বৰাজৰ শান্তি বিৰাজ কৰিব, তেতিয়া সেই সমাজ হবগৈ—শ্ৰেণীসমাজ বা "ৰামৰাজ্য"।

# অহিংস-সমাজ-বিপ্লৱ

বৰ্ত্তমান তেওঁৰ ৰাজনৈতিক উত্তৰাধিকাৰী স্বৰূপে পণ্ডিত জৱহৰলাল নেহেৰুৱে বিশ্বৰ বিভিন্ন ৰাজশক্তিৰ লগত মিত্ৰতা স্থাপন কৰি গান্ধীবাদ প্ৰচাৰ কৰিবলৈ ধৰিছে। পণ্ডিত নেহৰুৱে বৰ্ত্তমান স্বাধীন ভাৰতৰ অসংখ্যা সমস্যাৰ মাজেদি ভাৰতীয় আৰু পশ্চিমীয়া দুয়োটা সংস্কৃতিৰ পৰা নিখুত আদৰ্শ গ্ৰহণ কৰি এটি সংমিশ্ৰণ সংস্কৃতিত ভাৰতক গঢ় দিবলৈ মানস কৰি ভাৰতত লোকতন্ত্ৰৰ পৰীক্ষা চলাবলৈ ধৰিছে। ভাৰতক অসংখ্যা ব্যাধিয়ে জুৰুলা কৰি ৰাখিছে। অৰ্থনীতিৰ গাঁথনি সোলোক-ঢোলোক হোৱা বাবে ইয়াৰ ভিতৰত আপোনপেটীয়া আৰু সাম্প্ৰদায়িকতা মহাব্যাধিয়ে ভাৰতত যুগ যুগ ধৰি অনৈক্যৰ সৃষ্টি কৰি আহিছে। অৰ্থনৈতিক সাম্য প্ৰতিষ্ঠা কৰিব পাৰিলে আপোনপেটীয়া আৰু সাম্প্ৰদায়িকতা মহাব্যাধি আপোনাআপুনি নিৰ্ম্মূল হব। আন ফালেদি তেওঁৰ আধ্যাত্মিক প্ৰধান শিষ্য সন্ত বিনোবা ভাৱে সৰ্ব্বোদয় সমাজৰ জৰিয়তে অহিংস-সমাজ গঢ়িবলৈ ভূদান-যজ্ঞ আৰম্ভ কৰিছে। বৰ্ত্তমান আমাৰ সমাজত অহিংস-সমাজ-বিপ্লৱ আৰম্ভ হৈছে।



## — গান্ধীজীৰ কল্পিত স্বৰাজৰ ব্যাখ্যা—

"কম সংখ্যক লোকে আধিপত্য কৰিবলৈ পোৱা প্ৰভুত্বত স্বৰাজ নাহে। স্বৰাজ সিদিনাহে আহিব—যিদিনা সকলোৱে কুশাসনৰ অপব্যৱহাৰত বাধা দিবলৈ অধিকাৰ লাভ কৰিব পাৰিব। আন কথাত কবলৈ হলে স্বৰাজ লাভ কৰিব লাগিব— শাসন নিয়ন্ত্ৰিত কৰিবলৈ জন-সাধাৰণৰো যে শক্তি

আছে, সেই বিষয় শিক্ষা দি তেওঁলোকক সচেতন কৰি তোলাটোৱে স্বৰাজ।"

"স্বৰাজৰ অৰ্থ আত্মশাসন আৰু আত্মসংযম। কিন্তু স্বাধীনতাৰ দৰে সকলো বাধাৰ পৰা মুক্তি পোৱাতো ইয়াৰ অৰ্থ নহয়।"

"কোনোৱে কোনোৱে কোৱা শুনো যে আমাৰ হাতত ভাৰতৰ চৰকাৰৰ্খন এৰি দিয়ক, তেনেহলে সকলো সুন্দৰ হব। ইয়াতকৈ ডাঙৰ কুসংস্কাৰ আৰু নাই। ঋতুৰাজ বসন্তৰ সৌন্দৰ্য্য বিৰিঙি উঠে প্ৰত্যেক গছ্-লতাত আৰু তেতিয়া পৃথিৱী সৌন্দৰ্য্যৰে ভৰপুৰ হয়। সেইদৰে যেতিয়া স্বৰাজৰ শিখা জাতিৰ হৃদয়ত জলি উঠে, তেতিয়া কোনো বিদেশীয়ে আমাৰ জীৱনৰ প্ৰত্যেক কাৰ্য্যতে কৰ্ম্মৰ উদ্দীপনা আৰু প্ৰত্যেক দেশকৰ্ম্মীক বিভিন্ন ৰাজহুৱা কামত শক্তি অনুসৰি লাগি থকা দেখা পাব।"

গান্ধীজীৰ মতে সৎচৰিত্ৰবান প্ৰতিনিধিৰ দ্বাৰা চৰকাৰ পৰিচালনা নহলে সেই চৰকাৰক স্বৰাজ-চৰকাৰ নোবোলে। প্ৰকৃতিদেৱীয়ে কোনো বানচ নোলোৱাকৈ যিদৰে প্ৰত্যেক গছ্-লতাতে সৌন্দৰ্য্য বিতৰণ কৰি পৃথিৱীক যৌৱন ৰঙেৰে সৌন্দৰ্য্যশালী কৰে, সেইদৰে প্ৰত্যেক মানৱে কলুষিত হৃদয় সৎজ্ঞানৰ দ্বাৰা সংশোধন কৰি মানসিক, সামাজিক আৰু

আৰ্থিক ক্ষেত্ৰত সাম্যভাৱ নিখুট ভাৱে অৰ্জ্জন কৰি লৈ মানৱ-অন্তৰ সৌন্দৰ্য্যশালী কৰি তুলিব লাগিব। প্ৰত্যেক নাগৰিকে বুজিব লাগিব যে এইখন মোৰ দেশ আৰু ইয়াত বাস কৰা লোকসকল একেটি পৰিয়াল ভুক্ত। গোটেই দেশৰ সম্পদ সমূহৰ গৰাকী সকলোৱে। সমূহীয়া মঙ্গলৰ বাবে অকৃত্ৰিম লক্ষ্য ৰাখি প্ৰত্যেকজন নৰ-নাৰীয়ে কঠোৰ পৰিশ্ৰমৰ দ্বাৰা দেশৰ সম্পদ বৃদ্ধি কৰিবলৈ চেষ্টা কৰিব, তেতিয়াহে স্বৰাজ লাভ হব।

"মোৰ এইখিনি বিশ্বাস আছে যে আনকি স্বয়ং ভগবানেও আমাক স্বৰাজ দিব নোৱাৰে। ইয়াক আমি নিজে অৰ্জ্জন কৰি লব লাগিব। ইয়াক দিবলৈ কাৰো সামৰ্থ নাই আৰু এইটোৱে স্বৰাজৰ প্ৰকৃতি। মৃত্যুলৈ ভয় ত্যাগ কৰাকে স্বৰাজ বোলে। ( "অভয় চৰণে শৰণ লৈলো। মানৱী জনম সফল কৰিলো॥" মাধৱদেৱ ) এটা জাতিয়ে যদি মৃত্যুৰ ভয়ৰ দ্বাৰা সংকোচ হয়, তেনেহলে সেই জাতিয়ে কদাপিও স্বৰাজ লাভ কৰিব নোৱাৰে আৰু কেনেবাকৈ লাভ কৰিলেও ইয়াক ৰক্ষা কৰিব নোৱাৰে। এটা জাতিয়ে আন এটা জাতিক উপহাৰ স্বৰূপে দিব পৰা বস্তু স্বৰাজ কেতিয়াও হব নোৱাৰে। জাতিৰ পবিত্ৰ তেজেৰে এই স্বৰাজ কিনিব পাৰি। যেতিয়াই আমি ইয়াৰ ন্যায্য মূল্য দিব পাৰিম, তেতিয়াৰ পৰা ই দান

স্বৰূপ বস্তু হবলৈ এৰিৱ। নেৰানেপেৰা চেষ্টা আৰু বৰ্ণাব নোৱাৰা দুঃখ-কষ্টৰ ফল হব—স্বৰাজ।"

"সকলোৰে অৱহেলিত আৰু আটাইতকৈ নীচ দেশবাসী জনৰ স্বাধীনতাইহে মোৰ মনেৰে স্বৰাজ। মই অকল ইংৰাজৰ ৰাজত্বৰ পৰা ভাৰতক মুক্ত কৰিবলৈ চেষ্টা কৰা নাই। যি কোনো দাসত্বৰ পৰা ভাৰতবাসীক মুক্ত কৰিবলৈ মই দৃঢ় সঙ্কল্প কৰিছো। এজন ৰজা ভাঙি আন এজন ৰজা পতা ইচ্ছা মোৰ নাই।"

"মানৱ সমাজৰ পক্ষে স্বৰাজ-তীৰ্থপথ বৰ দুখপূৰ্ণ—কাইটীয়া। ইয়াত ভোগী বিলাসীৰ স্থান নাই। ত্যাগীৰ বাবেহে এই পথ মুকলি হৈ আছে। ত্যাগৰ পৰিণাম সুখ-শান্তি। ভোগী আৰু বিলাসীৰ পৰিণাম আত্মহত্যা। গান্ধীজীৰ মতে গাঁৱলৈ যোৱা। গাওঁবাসীৰ মাজত থাকি সংগঠন কাম কৰা। তেওঁলোকক শিক্ষা দিয়া। ৰাইজৰ মাজত ভাতৃত্বভাৱ জগাই তোলা। ঘৰে ঘৰে বৰাগীৰ দৰে ঘুৰি নিৰক্ষৰ সকলৰ মাজত স্বৰাজৰ বাণী প্ৰচাৰ কৰা। কলঙ্কিত বিপ্লৱৰ দ্বাৰা স্বৰাজ লাভ নহয়। স্বৰাজ আকাশৰ পৰা সৰি নপৰে। ই লাভ হব—ধৈৰ্য্য, অধ্যাৱসায়, অত্যাধিক চেষ্টা, সাহস আৰু চাৰিউপিনে আগুৰি থকা বস্তুবিলাকৰ সৌন্দৰ্য্যবোধ সুক্ষ্মৰূপে উপলব্ধি কৰিলেহে।" গান্ধীজীৰ কল্পিত স্বৰাজ আনক হত্যা কৰি অৰ্জা বিধৰ নহয়। ইয়াক নিজ ইচ্ছা মতে

একাদিক্ৰমে জীৱন আহুতি দিব পাৰিলেহে এনে স্বৰাজ লাভ কৰিব পাৰি। আনৰ ন্যায্য দাবী ঘৃণনীয়ভাৱে হৰণ কৰি অনা ধৰণৰ স্বৰাজ গান্ধীজীৰ কল্পিত নহয়। তেওঁ কৈছে যে "মোৰ কল্পিত স্বৰাজ-আকাশখন কলা ডাৱৰেৰে পৰিপুৰ্ণ হৈ আছে। কিন্তু তথাপিও মই ভাবো যে ইয়াৰ আগতে ওলাব—মোৰ দেশৰ উঠি অহা ডেকা-ডেকেৰীৰ দল। যেয়ে কেৱল দেশৰ কামতে মতলীয়া হৈ উঠিব। বৃহৎ স্বাৰ্থত্যাগী আৰু কৰ্ম্মত দৃঢ় প্ৰতিজ্ঞ বাহিনী এটাৰ অবিহনে সৰ্ব্বসাধাৰণৰ উন্নতি হোৱাতো মই সপোনৰ অগোচৰ বুলি ভাবো। তেনেকুৱা অগ্ৰগামী দল এটা আগ বাঢ়ি নাহিলে স্বৰাজ বোলা বস্তু লাভ হব নোৱাৰে। দীন-দৰিদ্ৰৰ বাবে সৰ্ব্বস্ব দিব পৰা কৰ্ম্মীৰ সংখ্যানুসাৰেহে স্বৰাজৰ পথত আগ বাঢ়িব পাৰি। যি স্বাধীনতাই আমাক সুসভ্য, সুপ্ৰকৃতি আৰু পৱিত্ৰ জাতি গঠন কৰিব নোৱাৰে আৰু সভ্যতাৰ ভেতি দৃঢ় কৰিবলৈ অক্ষম হয়, তেনেহলে এনে স্বৰাজ মূল্যহীন। আমাৰ সভ্যতাৰ আচল সাৰমৰ্ম্ম হৈছে এই যে ইয়াৰ প্ৰভাৱে বাহ্যিক আৰু ঘৰুৱা সকলো বিষয়তে পৱিত্ৰতা আৰু নীতিকহে ওখ ঠাই দিয়া।"

গান্ধীজীৰ স্বৰাজে জাতি-বৰ্ণ বিচাৰ নকৰে। ই শিক্ষিত বা ধনী শ্ৰেণীৰ একচেতীয়া সম্পত্তি নহয়। স্বৰাজ সকলোৰে বাবে—বিশেষকৈ কণা-খোৰা আৰু

কোটি কোটি ভোকাতুৰৰ বাবেহে। ইয়াক ধনী, শিক্ষিত, অশিক্ষিত সকলোৱে সমানে ভোগ কৰিব পাৰিব। গান্ধীজীয়ে "ৰামৰাজ"ৰ অৰ্থ ভগৱানৰ পৱিত্ৰ ৰাজ্যকে বুজাইছে। সত্য আৰু ন্যায়ে তেওঁৰ মনত ঈশ্বৰ। এনেকুৱা ঈশ্বৰৰ বাহিৰে তেওঁ আন কোনো ভগবানক স্বীকাৰ নকৰে।

ভাৰতীয় আধ্যাত্মিক বিজ্ঞানৰ সূত্ৰবিলাক আমাৰ পূৰ্ব্বৰ ঋষিমুনিসকলে সন্যাসব্ৰত অৱলম্বন কৰি সাধনাত কৃতকাৰ্য্য হৈছিল। এনেকুৱা সুক্ষ্ম-বিজ্ঞান আয়ত্ত কৰিবলৈ কঠোৰ সাধনাৰ দ্বাৰাহে সম্ভৱ হৈছিল। মুষ্টিমেয় মানৱৰ ভিতৰত ই সীমাবদ্ধ আছিল। পূৰ্ব্বৰ ঋষিমুনিসকলে কোনো বিষয়ত কৃতকাৰ্য্য হব লাগিলে পোনতে অষ্টাঙ্গ সাধন কৰিহে প্ৰাণায়াম আদিৰ দ্বাৰা সেই পথত আগ বাঢ়িবলৈ সমৰ্থ হৈছিল। কিন্তু এনেকুৱা সাধনা সৰ্ব্বসাধাৰণৰ বাবে অসম্ভৱ আছিল।

গান্ধীজীয়ে মানৱ-সমাজৰ মঙ্গলৰ বাবে অৰ্থাৎ স্বৰাজৰ পথত আগ বাঢ়িবলৈ যিখন আঁচনি ডাঙি ধৰিছে, সেইখন অতি সহজ আৰু শুদ্ধ মানৱ-মন গঠন কৰাত ই সৰ্ব্বশ্ৰেষ্ঠ; অথচ প্ৰত্যেকে গ্ৰহণ কৰিব পৰা ধৰণৰ। তাকে তলত উল্লেখ কৰা হল।

# অহিংস-সমাজ-বিপ্লৱ

## গান্ধীজীৰ একাদশ ব্ৰত।

### ১। সত্য

সত্যই পৰম ঈশ্বৰ। সত্য-আগ্ৰহ, সত্য বিচাৰ, সত্যবাণী আৰু সত্যকৰ্ম্ম এয়ে তাৰ অঙ্গ। যত সত্য আছে তাতে শুদ্ধজ্ঞান থাকে। যত শুদ্ধজ্ঞান আছে তাতেহে প্ৰকৃত আনন্দ বিৰাজ কৰে।

### ২। অহিংস

সত্যই এক পৰম ঈশ্বৰ। তেওঁক সাক্ষাত কৰাটোৱে একমাত্ৰ পথ, এক সাধনা—অহিংস। বিনা অহিংসাৰ দ্বাৰা তেওঁক (ঈশ্বৰক) অনুসন্ধান কৰাতো অসম্ভৱ।

### ৩। ব্ৰহ্মচাৰ্য্য

ব্ৰহ্মচাৰ্য্যৰ অৰ্থ হৈছে—ব্ৰহ্ম বা সত্যৰ অনুসন্ধান কৰিবলৈ চৰ্চ্চা অৰ্থাৎ ব্ৰহ্ম বা সত্যৰ বাবে সম্বন্ধ ৰখা আচাৰ। ইয়াৰ মূল অৰ্থ হৈছে—ইন্দ্ৰিয় সংযম কৰা বিশেষ দৰ্কাৰ

# অহিংস-সমাজ-বিপ্লৱ

## ৪। আস্বাদ

মানুহে যেতিয়ালৈকে জিভাৰ জুতিক বশ কৰিব নোৱাৰে, তেতিয়ালৈকে ব্ৰহ্মচাৰ্য্য পালন কৰা অতি কঠিন। ভোজন কেৱল শৰীৰ ৰক্ষাৰ বাবেহে। সোৱাদ আৰু ভোগৰ বাবে নহয়।

## ৫। অস্তেয়

( চুৰি নকৰা ) পৰৰ বস্তু বিনা অনুমতিত লোৱাকে চোৰ কৰা বোলে। মানুহে যিমান কম দৰকাৰ হয়, তাতকৈ যদি বেছি সংগ্ৰহ কৰি ৰাখে তাকো চোৰ বোলে।

## ৬। অপৰিগ্ৰহ

অদৰকাৰী বস্তু ব্যৱহাৰ কৰাকে অপৰিগ্ৰহ বোলে। যি যি পৰিগ্ৰহ কম হয়, তাতে সুখ আৰু প্ৰকৃত সন্তোষ বাঢ়ে আৰু সেৱা ভক্তিও বৃদ্ধি হয়।

## ৭। অভয়

যিজন সত্য পৰায়ণ হৈ থাকিব খোজে, তেওঁ জাতি যোৱাক ভয় নকৰে। চোৰক, ডকাইতক, চৰকাৰক, দৰিদ্ৰতাক, নৰিয়াক, ভূতক, আৰু নিন্দাক ভয় নকৰে।

## ৮। অস্পৃশ্য নিবাৰণ

অস্পৃশ্য বৰ্জ্জন কৰা প্ৰত্যেক হিন্দুৰে দৰকাৰ। ইয়াৰ দ্বাৰা হিন্দু ধৰ্ম্মক লাঘৱ কৰা হৈছে।

## ৯। শাৰীৰিক শ্ৰম

যাৰ শৰীৰ কাম কৰিবলৈ সক্ষম, স্ত্ৰী-পুৰুষ সকলোৱে দৈনন্দিন সকলো প্ৰকাৰ কাম নিজে কৰাৰ উপযুক্ত হয়, সেইবিলাক নিজে কৰা উচিত। বিনা কাৰণে আনৰ দ্বাৰা কৰোৱা অনুচিত। যি নিজে কোনো পৰিশ্ৰমৰ নকৰে, তেওঁৰ খাবলৈ কি যুক্তি আছে ?

## ১০। সকলো ধৰ্ম্মৰ প্ৰতি সমভাব

আমি নিজৰ ধৰ্ম্মক যি সন্মানৰ চকুৰে চাওঁ আন ধৰ্ম্মকো সেইদৰে চোৱা উচিত।

## ১১। স্বদেশী

ওচৰ-চুবুৰীয়াৰ সেৱাত ওতঃপ্ৰোত হৈ থকাটোৱেই স্বদেশী ধৰ্ম্ম। যি ওচৰ-চুবুৰীয়াৰ সেৱা ত্যাগ কৰি আঁতৰত থকাৰ সেৱা কৰিবলৈ দৌৰ মাৰে, তেওঁ স্বদেশী নীতি ভঙ্গ কৰে।

# অহিংস-সমাজ-বিপ্লৱ

ভাৰতীয় আধ্যাত্মিক বিজ্ঞানৰ দ্বাৰা যে মানুহে মানৱ-সমাজতকৈ উৰ্দ্ধ-সমাজ—অৰ্থাৎ দেৱতাৰ শাৰীলৈ গতি কৰিব পাৰে, তাক গান্ধীয়ে গঠনমূলক কাৰ্য্যৰ দ্বাৰা প্ৰমাণ কৰি দেখুৱাইছে। বৰ্ত্তমান আমেৰিকা সবাতোকৈ ধনী ৰাষ্ট্ৰ। স্থূল-বিজ্ঞানৰ সহায়েৰে কোটি কোটি ডলাৰ খৰচ কৰি আনবিক আৰু উদ্‌যান বোমা তৈয়াৰ কৰিছে। তাৰ দ্বাৰা এক মিনিটৰ ভিতৰতে জাপানৰ নাগাচাকি আৰু হিৰোচিমাত লাখলাখ নৰ-নাৰীক হত্যা কৰি বিশ্বত তেওঁলোকৰ সভ্যতাৰ চৰম শক্তি দেখুৱাইছে। তথাপিও বিশ্বত শান্তি স্থাপন কৰিবলৈ সমৰ্থ হোৱা নাই। কিন্তু গান্ধীজীৰ্ অহিংস অস্ত্ৰই আনবিক আৰু উদ্‌যান বোমাকো অচল কৰি দিব পাৰে। কাৰণ এনে অহিংস অস্ত্ৰৰ দ্বাৰা বিশ্বই সৃজনী শক্তি অৰ্জন কৰি ইয়াৰ দ্বাৰাহে প্ৰকৃত শান্তি লাভ কৰিব পাৰিব।

গান্ধীজীয়ে দেখিলে যে পশ্চিমীয় শিক্ষা-দীক্ষা আৰু সভ্যতাই ভাৰতীয় সংস্কৃতিক ধ্বংসৰ পথলৈ ঠেলি নিছে। প্ৰায়বিলাক শিক্ষিতলোকে নিজহাতে কাম-কাজ নকৰি পৰৰ শ্ৰমৰ ওপৰত বহি জীৱিকা নিৰ্ব্বাহ কৰিবলৈ চাতুৰ্য্য কৰিব ধৰিছে আৰু অকৰ্ম্মণ্যতাৰ শেষ সীমাত ভৰি দি নিজৰ আৰু ৰাষ্ট্ৰৰ অনিষ্ট সাধন কৰিব ধৰিছে, সেইদেখি গান্ধীজীয়ে মানৱ-সমাজৰ আগত

এখনি সুদৃঢ় গঠনমূলক আঁচনি দি গৈছে। এই আঁচনি খনৰ মতে সক্রিয়াভাৱে চলিব পাৰিলেহে গান্ধীজীৰ আদর্শ অর্থাৎ গান্ধীবাদ ফলৱতী হব আৰু গোটেই বিশ্বই ভাৰতক অনুসৰণ কৰিবলৈ চেষ্টা কৰিব।

## গান্ধীজীৰ সমাজবাদ

সমাজবাদ এটা পবিত্র শব্দ। সমাজবাদত সকলো মানুহ সমান। কোনো নীচো নহয - কোনো উচ্চও নহয়। মানুহৰ শৰীৰত মূৰটো ওপৰত থাকে, ঠেং দুখন মাটি চুই থাকে, সেই বুলি মূৰটো উচ্চ আৰু ঠেং দুখন নীচ হব নোৱাৰে। মানুহৰ সকলো অঙ্গ সমান। এয়ে হৈছে সমাজবাদ। এনেকুৱা সমাজবাদত ৰজা, প্রজা, ধনী, দুখীয়া, মালিক, বনুৱা সকলো সমান। এই বাবে সমাজবাদক অদ্বৈতবাদো বুলিব পাৰি। তাত ভেদভাৱৰ স্থান নাই। গোটেই পৃথিবীৰ সমাজৰ ফালে যদি আমি লক্ষ্য কৰো, তেনেহলে আমি দেখিবলৈ পাম যে সকলো ঠাইতে দ্বৈত। একতা বা অদ্বৈতৰ কতো নাম গোন্ধেই নাই। এই মানুহ জন উচ্চ, তেওঁ নীচ, এওঁ হিন্দু, মুছলমান, খৃষ্টান ইত্যাদি। ইয়াৰ ভিতৰতো বহুতো জাতি উপজাতি আছে। গান্ধীজীৰ অদ্বৈতবাদ বা সমাজবাদত এই সকলোবিলাক একে সমান হৈ যায়।

# অহিংস-সমাজ-বিপ্লৱ

সমাজবাদী সমাজগঠন কৰিবলৈ হলে আমি এজনে আনজনৰ ওপৰত আশা পালি বহি থাকিব নালাগিব। যেতিয়ালৈকে সকলো মানুহ সমাজবাদী হৈ নুঠিব তেতিয়ালৈকে আমি কোনো হৈ-চৈ কৰি লাভ নাই। নিজৰ জীৱনক একো পৰিবৰ্ত্তন নকৰাকৈ আমি কেৱল বক্তৃতাকে দি ফুৰো, পাৰ্টি গঠন কৰি থাকো আৰু সুবিধা পালে শেনৰ দৰে যত সুবিধা ওলাই তাতে জপিয়াই গৈ পৰো—এনেকুৱা সুবিধাবাদীৰ দ্বাৰা সমাজবাদ গঠন হব নোৱাৰে।

প্ৰকৃত সমাজবাদীৰ দ্বাৰাহে পোনতে সমাজবাদৰ আৰম্ভণী হৈছে। সমাজবাদ বৰ পৱিত্ৰ বস্তু। এই কাৰণে ইয়াক লাভ কৰাৰ উপায়ও সৎ হব লাগিব। অসৎ উপায়েৰে পোৱা বস্তু অসতেই হয়। সেই কাৰণে ৰজাৰ মূৰটো কাটি প্ৰজা কেতিয়াও ৰজা হব নোৱাৰে। সেইদৰে মালিকৰ মূৰটো কাটি বনুৱা মালিক হব নোৱাৰে। অসত্যৰ দ্বাৰা কোনেও সত্যক পাব নোৱাৰে। সত্য পাবলৈ হলে নিতৌ সত্য আচৰণ কৰিব লাগিব। অহিংসা সত্যৰে লগৰীয়া। সত্যৰ গৰ্ভতে অহিংসা লুকাই আছে। সেই নিমিত্তে গান্ধীজীয়ে স্পষ্টকৈ কৈছে যে সত্য আৰু অহিংসা একেটা টকাৰে দুটা পিঠি। দুয়োৰো মূল্য সমান। কেৱল পঢ়োতেহে ইপিঠি পঢ়ি সিপিঠি

পঢ়িব লাগে। এপিঠিত সত্য আৰু আন পিঠিত অহিংস। সম্পূৰ্ণ পৱিত্ৰতা নাথাকিলে অহিংস আৰু সত্যক লাভ কৰিব নোৱাৰি। দেহ আৰু মনৰ অপৱিত্ৰতাক লুকাই ৰাখিলে অসত্য আৰু হিংসাৰহে উৎপত্তি হয়। গতিকে সত্যবাদী, অহিংসক আৰু পৱিত্ৰ সমাজবাদীয়েহে পৃথিবীত নাইবা ভাৰতত সমাজবাদ প্ৰচাৰ কৰিব পাৰিব। গান্ধীজীয়ে কৈছে যে—“মই যিমান দূৰ জানো পৃথিবীত কতো সম্পূৰ্ণ সমাজবাদী দেশ এতিয়ালৈকে হৈ উঠা নাই। মই কোৱা উপায় কেইটাৰ বাহিৰে আন কোনো উপায়েৰে এনেকুৱা সমাজ প্ৰতিষ্ঠা কৰাতো সম্ভৱ নহয়।”

গান্ধীজীৰ কল্পিত সমাজবাদ কোনো ৰাজনীতিকে গঢ় দিব নোৱাৰে। কাৰণ ৰাজনীতি মাদকতা—মদ, ভাং, কানিৰ ৰাগীতকৈও অধম। ৰাজনৈতিক ক্ষমতাই জ্ঞানী মানুহবো মগজু চঞ্চল কৰি তোলে। সেই নিমিত্তে ৰাজনীতিৰ বাহিৰত থাকিহে সমাজবাদৰ পথত আগ বাঢ়িব পাৰিব।

## গান্ধীজীৰ গঠনমূলক কাৰ্য্য তালিকা

### ১। একতা

একতাৰ অৰ্থ ৰাজনৈতিক একতা নহয়। অৰ্থাৎ আন্তৰিকতা; যাৰ হৰণ-ভগন নাই। এনেকুৱা একতা স্থাপন কৰাটোৱে অতি আৱশ্যকীয় কাম। সকলোতে প্ৰকৃত সমভাৱ থকাকে একতা বোলে।

## অহিংস-সমাজ-বিপ্লৱ

### ২। অস্পৃশ্যতা নিবাৰণ

হৰিজনৰ বিষয়ত সকলো হিন্দুৱে বুজা উচিত যে হৰিজনৰ কাম সকলোৰে নিজৰ।

### ৩। মাদকতা নিবাৰণ

আফিং, মদ, আদি ৰাগিয়াল বস্তুত লোভ কৰি কোটি কোটি ভাই-ভনীৰ ভৱিষ্যত চৰকাৰৰ অনুগ্ৰহৰ ওপৰত আমি তুলি দিব নালাগে। এনে ধৰণৰ নিচাত লিপ্ত থকা লোকক আমি সৎ পথলৈ আনিব লাগিব।

### ৪। খাদী

খাদীৰ উদ্দেশ্য এই যে দেশৰ সকলো লোকৰ আৰ্থিক স্বাধীনতা আৰু সমভাৱ আৰম্ভ। খাদীৰ ভিতৰত যি শক্তি লুকাই আছে, ইয়ে সকলোতে আপোন ভাৱ আনে। খাদীয়ে আমাৰ মনত স্বদেশী ভাৱ বঢ়ায়।

### ৫। গাঁৱলীয়া উদ্যোগ

হাতেদি পিহা আতা, ঢেকিত বনা চাউল, ঢেকিত খুন্দা পিঠাগুৰি, চাবোন, কাগজ, দিয়াছলাই, চামৰাৰ কাম, তেলপেৰা আদি সামাজিক জীৱনৰ বাবে আৱশ্যকীয়া বস্তুবিলাক তৈয়াৰ কৰা। মহৎ চিন্তা নহলে গাঁৱৰ আৰ্থিক উন্নতি সম্পূৰ্ণ হব নোৱাৰে।

## ৬। গাঁৱৰ চাফাই কাম

প্ৰত্যেক গাঁৱৰ আলি-পদুলি আদি ঠাইবিলাক চাফ্ চিকুণকৈ ৰখা দৰ্কাৰ। পায়খানাৰ বাবে গাত খান্দি লব লাগে। দুই-তিনি মাহৰ অন্তৰে অন্তৰে সেই গাত মাটিৰে পুতি পেলাই আকৌ নতুনকৈ গাত খান্দি লব।

## ৭। বুনিয়াদি তালিম

বুনিয়াদি তালিম ভাৰতৰ সকলো লৰাছোৱালীক্কে গাঁৱৰে হওক নাইবা নগৰৰে হওক, ভাৰতৰ সকলো শ্ৰেষ্ঠতত্ত্ব হৃদয়াঙ্গম কৰিবলৈ চেষ্টা কৰা উচিত। এনে আখৰাই বা অভ্যাসে লৰা-ছোৱালীৰ মন আৰু শৰীৰ দুয়োকো বিকাশ কৰিব।

## ৮। স্ত্ৰী-জাতিৰ-সেৱা

স্ত্ৰীক নিজৰ মিত্ৰ বা সাথী বুলি নাভাবি পুৰুষে নিজক স্বামী বুলি দাবী কৰে; দেশকৰ্ম্মীসকলৰ এইটো উচিত কৰ্ত্তব্য যে ভাৰতৰ তিৰোতাসকলক এনে অধঃপতনৰ পৰা হাতত ধৰি উৰ্দ্ধগামী কৰাতো বিশেষ দৰ্কাৰ।

## ৯। প্ৰৌঢ় শিক্ষা

পূৰ্ণবয়সীয়া লোকসকলক আন্তৰিকতাৰে সৰলতা-পূৰ্ণ কথাৰে ৰাজনৈতিক শিক্ষা দিয়া উচিত।

# অহিংস-সমাজ বিপ্লৱ

## ১০। আৰোগ্যৰ নিয়ম শিক্ষা

আন আন দেশতকৈ আমাৰ দেশৰ মৃত্যু সংখ্যা অধিক হোৱাৰ কাৰণ হৈছে—দৰিদ্ৰতা। যদি দেশবাসীক কৰ্ম্মত অনুপ্ৰেৰণা জগাই তুলিব পৰা যায়, তেনেহলে মৃত্যু সংখ্যাও কম হব। যদি কেতিয়াবা নৰিয়া হয়, তেন্তে নিজ নিজ সাধনা অনুসাৰে প্ৰাকৃতিক চিকিৎসা কৰিব।

## ১১। ৰাজ্য ভাষা

প্ৰত্যেক ৰাজ্যতে আঞ্চলিক বা মাতৃভাষাৰ উন্নতি হোৱা উচিত।

## ১২। ৰাষ্ট্ৰ ভাষা

গোটেই ভাৰততে হিন্দুস্থানী ৰাষ্ট্ৰভাষা প্ৰচলিত হোৱা দৰ্কাৰ।

## ১৩। আৰ্থিক সমভাৱ

আৰ্থিক সমতাৰ বাবে পুঁজি আৰু মজুৰীৰ ভিতৰত থকা বিৰোধ মীমাংসা কৰিব লাগিব। ধনী সকলে নিজৰ ধন আৰু তাৰ কাৰণে বিৰোধ হোৱা বিষয়বিলাক নিজ ইচ্ছামতে মীমাংসা কৰা উচিত। নহলে হিংসাক প্ৰতিৰোধ কৰা অসম্ভৱ।

## ১৪। কৃষক

স্বৰাজৰ ভেতি তৈয়াৰ কৰাতো এটা জটিল সমস্যা। যিটোক তৈয়াৰ কৰোতে পঁয়ত্ৰিশ কোটি মানুহৰ সত্তৰ কোটিখন হাতৰ দৰকাৰ। ইয়াক নিৰ্ম্মাণ কৰা সকলৰ ভিতৰত কৃষকৰ শক্তি আটাইতকৈ শ্ৰেষ্ঠ।

## ১৫। বনুৱা

আহমেদাবাদৰ বনুৱাসঙ্ঘৰ আদৰ্শ সদৌ ভাৰতৰ বাবে অনুকৰণীয়। সেইটো শুদ্ধ অহিংসাৰ ভেতিত প্ৰতিষ্ঠিত বনুৱা-সঙ্ঘ। যদি সম্ভৱ হয়, তেনেহলে ভাৰতৰ সকলো বনুৱা সংস্থানকে আহমেদাবাদৰ বনুৱা সঙ্ঘৰ নীতিৰে পৰিচালনা কৰা উচিত।

## ১৬। আদিবাসী

আদিবাসীসকলৰ সেৱাও গঠনমূলক তালিকাৰ এটি অঙ্গ। গোটেই ভাৰতত এওঁলোকৰ সংখ্যা দুই কোটি।

## ১৭। কুষ্ঠৰোগীৰ পৰিচাৰ্য্যা

এইটো এটা বদনামী শব্দ। কিন্তু ইও আমাৰ সৰ্ব্বশ্ৰেষ্ঠ কামৰ ভিতৰৰে এটা। আমাৰ সমাজে জানি শুনিও এই বেমাৰীক উপেক্ষা কৰিছে।

## ১৮। বিদ্যাৰ্থী

বিদ্যাৰ্থীসকল আমাৰ আশা-ভৰষাৰ স্থল। এই উঠি অহা ডেকা-ডেকেৰীসকলৰ পৰা আমাৰ ৰাষ্ট্ৰৰ ভৱিষ্যত নেতা তৈয়াৰ হব। বিদ্যাৰ্থীসকলে কেতিয়াও দলীয় ৰাজনীতিত যোগ দিয়া উচিত নহয়। তেওঁলোকে ৰাজনৈতিক ধৰ্ম্মঘট নকৰিব। প্ৰত্যেক বিদ্যাৰ্থীয়ে দেশ-সেৱাৰ বাবে শাস্ত্ৰীয় নিয়ম মতে চলা উচিত। নিজৰ ব্যৱহাৰী কাপোৰ-কানি খদ্দৰ লোৱা উচিত।

# অহিংস-সমাজ-বিপ্লৱ

গান্ধীজীৰ তিৰোভাৱৰ পিছত তেওঁৰ আধ্যাত্মিক প্ৰধান শিষ্য আচাৰ্য্য বিনোৱা ভাৱেই "ভূদান-যজ্ঞ" আৰম্ভ কৰিছে। ভাৰতৰ চাৰিওফালে খোজ কাঢ়ি তেওঁ মাটি আৰু আন আন সম্পত্তি ভিক্ষা কৰি ফুৰিছে। বৰ্ত্তমান তেওঁ ছয়ত্ৰিশ লাখ একৰ মাটি (এক একৰত তিনি বিঘা) সংগ্ৰহ কৰিছে। এই মাটি আৰু আন আন সম্পত্তি দুখীয়া মাটিহীন লোকৰ মাজত বিতৰণ কৰিছে। ইয়াৰ দ্বাৰা আৰ্থিক সাম্য আনিব নোৱাৰিলে আচাৰ্য্যজীয়ে যিমান দূৰ সম্ভৱ সত্যাগ্ৰহৰ দ্বাৰা ব্যাপকভাৱে আন্দোলন কৰি আমাৰ সমাজৰ আৰ্থিক সাম্য প্ৰতিষ্ঠা কৰিবলৈ অদম্য চেষ্টা চলাব। স্বাধীন ভাৰতৰ সংবিধানে যি কাম কৰিব পৰা নাই, সেই কাম আচাৰ্য্যজীয়ে প্ৰেমৰ দ্বাৰা সম্ভৱ কৰিছে। পোনতে মাটি সমস্যা সমাধান কৰি, পিছত তেওঁ আন আন জনহিতকৰ সমস্যাবিলাক সমাধান কৰিবলৈ চেষ্টা কৰিব। আচাৰ্য্য ভাৱে ৰাজনৈতিক আইনতকৈ ঐশ্বৰিক নীতিতহে দৃঢ় বিশ্বাসী। এনে পৱিত্ৰ নীতিলৈয়ে তেওঁ নিতৌ চাৰি মাইলকৈ খোজ কাঢ়ি মাটি আৰু আন আন সম্পত্তি ভিক্ষা কৰি ফুৰিছে। দৰিদ্ৰৰ পৰা আৰম্ভ কৰি মন্ত্ৰী, ৰাষ্ট্ৰপতি-লৈকে সকলোৰে অন্তৰ জয় কৰিবলৈ তেওঁ সমৰ্থ হৈছে। আচাৰ্য্য ভাৱেজীয়ে দেহৰ পৰিশ্ৰমৰ মৰ্য্যদাৰ

# অহিংস-সমাজ-বিপ্লৱ

যাৰা গান্ধীজীৰ পৰিকল্পিত "ৰামৰাজ্য" গঠন কৰিবলৈ হাবিলাস কৰিছে। তলত উল্লেখ কৰা তেওঁৰ বাণী সমূহৰ পৰা অহিংসা সমাজ-বিপ্লৱৰ ৰূপটো কেনেকুৱা তাক পাঠকসকলে স্পষ্টকৈ বুজিব পাৰিব।



"বহুতে কয় বিপ্লৱৰ পথ ৰুছিয়াই দেখুৱাইছে, চীনে দেখুৱাইছে। এনেকুৱা চিনি পোৱা পথেদি যি আহে সি বিপ্লৱ নহয়। বিপ্লৱৰ সূচনা ক'ত? গতি কেনেকুৱা তাক ধৰিব নোৱাৰি। বদৰ পোহৰত চকু

চিলমিলাই যায়, বুদ্ধি হাৰ মানে। মোৰ মনেৰে আচল বিপ্লৱ মানুহৰ দ্বাৰা পৰিচালিত নহয়। যেতিয়াই জগতত পাপে আধিপত্য কৰে, তেতিয়াই বিপ্লৱৰূপে ঐশী-শক্তিৰ আবিৰ্ভাৱ হৈছে। তেওঁৰ (ঈশ্বৰৰ) বিচিত্ৰ লীলা আমাৰ বুদ্ধিৰ অগোচৰ। সেই নিমিত্তে আমি এই আবিৰ্ভাৱক মৎস্যৰূপে, কূৰ্ম্মৰূপে, নৰসিংহ ৰূপে প্ৰকাশ কৰো। বৰ্ত্তমান আভাস পোৱা হৈছে যে এইবাৰ ভগৱানৰ আবিৰ্ভাৱ হব—দৈহিক শ্ৰমৰ মাজেদি। আহা আমি নিজেও কাম-বন কৰো—আনকো কাম-বন কৰিবলৈ সুবিধা কৰি দিও। আমি এনে এখন সমাজ গঠন কৰো, যত মানুহে টকাৰ দাসত্বৰ পৰা মুক্তি পাব পাৰে। যি মানুহে কাম-বন কৰি জীৱিকা নিৰ্ব্বাহ কৰে তেৱেঁ ডাঙৰ, তেৱেঁ উন্নত, তেৱেঁ সভ্য।

সভাৰ পিছত যি সকল ঠিয় হৈ আছে, তেওঁলোকে মাটিত বহিব নোখোজে—কাপোৰ লেতেৰা হোৱাৰ ভয়তে। আপোনালোকৰ কাপোৰ পৰিস্কাৰ কিন্তু মন পৰিস্কাৰ নহয়। পেট ময়লা থাকিলে হজম শক্তি নোহোৱা হয়। হজম হব কেনেকৈ? আপোনালোকে পৰিশ্ৰম কৰিব নোখোজে। মই আপোনালোকৰ কাপোৰ ময়লা হোৱাৰ ভয় গুচাবলৈ আহিছো। মই আপোনালোকক সজাগ কৰি দিবলৈ

আহিছো। আপোনালোকে কঠোৰ পৰিশ্ৰম কৰি খাব লাগিব। পৰিশ্ৰম কৰি যি খাব সি সহজে জীণ যাব। কাপোৰত হয়তো অলপ মাটিৰ দাগ লাগিব, কিন্তু পেট আৰু মন পৰিস্কাৰ থাকিব। যি কঠোৰ পৰিশ্ৰম কৰে, তেওঁ ভাবে যে তেওঁ যেন উপায় নাপাইহে খাটিছে—খাটনিৰ ভিতৰত আনন্দ নাই। সেই নিমিত্তে আমাৰ লৰা-ছোৱালীবিলাকে কাম-বন কৰিব নোখোজে। ছাত্ৰ ছাত্ৰীবিলাকেও কোনো কাম-বন কৰিবলৈ ইচ্ছা নকৰে। মন্ত্ৰীবিলাকেও কোনো শাৰীৰিক পৰিশ্ৰম কৰিব নোখোজে। সাধু সন্ন্যাসীৰ কথা বাদ দিয়ক। আমাৰ দেৱতাসকলৰ নৈবাদ্য দেখিলে তৃপ্তি হয়, খোৱাৰ দৰকাৰ নাই। কিন্তু আমাৰ জ্ঞানীবিলাকৰ, ভক্তবিলাকৰ অন্ন কেৱল দেখিলে তৃপ্তি নহয়—খাব লাগিব। উৎপাদন কৰিবলৈ শ্ৰম কৰাতো অপমানজনক বুলি আমাৰ সমাজে ভাবে। লৰাটি ২।৩ মাইল খোজকাঢ়ি হাওৱা খাই আহিব পাৰে, কিন্তু ওচৰত থকা হাটৰ পৰা সতেজ শাক-পাচলি আনিবলৈ কলে অপমান বোধ কৰে। এনে ধৰণৰ হীন ব্যায়ামৰ নিচিনা বলিয়ালি আৰু কি থাকিব পাৰে ?"

গিবনে কৈছিল—"শ্ৰমৰ অমৰ্য্যদাই ৰোমান সাম্ৰাজ্য পতনৰ একমাত্ৰ কাৰণ।" সুসভ্য ৰোমান বিলাকে যিদিনাৰ পৰা শ্ৰমক হীন বুলি ভাবিলে, সিদিনাৰ পৰা নৈতিক অধঃপতন আৰম্ভ হল।

# অহিংস-সমাজ-বিপ্লৱ

শ্ৰীকৃষ্ণৰ সময়ত তেৱেঁই প্ৰতিভাশালী মৰ্য্যদা সম্পন্ন আৰু ক্ষমতাশালী লোক আছিল। আনকি তেওঁক ভগৱান বুলিও লোকে জ্ঞান কৰিছিল। কিন্তু তেওঁৰ ককায়েক বলৰামেও নাঙলেৰে কৃষিহে কৰিছিল। মাটিৰ সম্পৰ্কত থাকি যাৰ দেহত মাটিৰ চপৰা লাগিছে, তেওঁৰহে খাঁটি দেহ। আমাৰ এই যুগত মহাত্মা গান্ধীৰ নিচিনা। পৰিশ্ৰম কৰা লোক কোনো জন্ম গ্ৰহণ কৰা নাই। আমাৰ সন্যাসী আৰু ফকিৰবিলাকলৈ লক্ষ্য কৰক—শঙ্কৰাচাৰ্য্য বত্ৰিছ বছৰ বয়সতে চাৰিবাৰ খোজ কাঢ়ি গোটেই ভাৰতবৰ্ষ ঘুৰিছে আৰু বহুতো জটিল গ্ৰন্থৰ ভাষ্য লিখি গৈছে। ভক্ত কবিৰে কাপোৰ ধুই ভাত খাইছিল। আমাৰ সাধুবিলাকে মুখেৰে ভগৱানৰ নাম লৈছিল আৰু হাতেৰে কাম-বন কৰিছিল। কিন্তু এইটো বঢ়িয়া কথা যে আমাক ভাত লাগে, কাপোৰ লাগে, গাখীৰ লাগে, ঘিউ লাগে, কিন্তু আমি নিজে কোনো কাম-বন নকৰো। মই কওঁ যে কোনো চৰকাৰৰ বাপেকৰো সাধ্য নাই যে, এনে অৱস্থাত দৰকাৰী বস্তু সকলোৰে বাবে যোগাৰ কৰি দিব পাৰিব। চৰকাৰৰ পিনে নাচায় আকাশৰ পিনে চাই আমি কোৱা উচিত—"হে প্ৰভু, তুমি ভাত কাপোৰৰ বৰষুণ দিয়া।

# অহিংস-সমাজ-বিপ্লৱ

মই ভাৱো যে যাৰ মাটি আছে, তেওঁ যেন ছোৱালীৰ বাপেক। প্ৰত্যেক ছোৱালীৰ বাপেকে যোগ্য বৰৰ হাতত নিজৰ ছোৱালী সম্প্ৰদান কৰে—তেওঁৰ কন্যাৰ জীৱন পূৰ্ণ কৰি সাৰ্থক কৰিবলৈ। যাৰ মাটি নাই তাৰ পৰিশ্ৰম কৰিবলৈ ইচ্ছা আৰু শক্তি আছে। তেৱে যোগ্য বৰ। বিয়াৰ সময়ত জীয়েকক অলঙ্কাৰ পিন্ধাই সজোৱা হয় আৰু যৌতুক দিয়ে। যাক জমি দিয়া হব, শ্ৰদ্ধাৰে দিয়া হব আৰু যৌতুক হিচাবে হালোৱা গৰু, বিধান, নাঙল আদি কৃষিৰ যন্ত্ৰপাতি দিয়া হব। এই বিবাহ-যজ্ঞৰ মই পুৰোহিত হম।

সমুদায় সৎলোক একগোট হৈ আৰু দলমত নিৰ্ব্বিশেষে সকলোৰে ভিতৰত সমবায় চেতনা জগাই ১৯৫৭ চনৰ ভিতৰতে অহিংস সমাজ-বিপ্লৱ কৰাটোৱে মোৰ প্ৰধান উদ্দেশ্য। সমাজত হোৱা দুৰ্নীতিৰ শিপাত অৰ্থনৈতিক ব্যৱস্থাৰ মূলশিপা পৰিবৰ্ত্তন হোৱা উচিত। ৰাজনৈতিক লোকতন্ত্ৰৰ লগত অৰ্থনৈতিক লোকতন্ত্ৰ প্ৰতিষ্ঠা কৰাও বিশেষ দৰ্কাৰ হৈ উঠিছে। মাটিৰ মালিক মানুহ নহয়। ভগৱানহে মাটিৰ গৰাকী। পানী আৰু বায়ুৰ দৰে মাটিও প্ৰকৃতিয়ে দিয়া অবাধ দান। প্ৰত্যেক মানুহে ইয়াৰ ফল ভোগ কৰিবলৈ অধিকাৰ আছে।

ইমান দিনে মই ছভাগৰ এভাগ মাটি দান বিচাৰিছিলো। বৰ্ত্তমান মই দৰিদ্ৰৰ বাবে

# অহিংস-সমাজ-বিপ্লৱ

ধনীসকলৰ ওচৰত তেওঁলোকৰ পৰা ছভাগৰ এভাগ সম্পত্তি খুজিম ।

মাটিৰ সমস্যা সমাধান কৰিব পাৰি – ৰক্তপাত, আইন আৰু সদইচ্ছাৰ জৰিয়তে। হিংসাত্মক আন্দোলন বন্ধ কৰি এক অহিংস-সমাজ-বিপ্লৱ কৰাটোৱে মোৰ উদ্দেশ্য ।

পশ্চিমীয়া আদর্শৰে অনুপ্ৰাণিত হোৱা সকলে ৰুছিয়া আৰু আমেৰিকাৰ আদর্শ ডাঙি ধৰে আৰু সেই আদর্শ আমাৰ দেশত প্ৰবৰ্ত্তন কৰিবলৈ বিচাৰে । তেওঁলোকে পাহৰি যায় যে ভাৰতৰ অৱস্থা সম্পূর্ণ স্বকীয়া। আমেৰিকা আৰু ৰুছিয়াত যথেষ্ট মাটি আছে। কিন্তু ভাৰতত যথেষ্ট মাটি নাই । মাটিৰ অভাৱতে ভাৰতৰ জন সংখ্যাৰ হেঁচা বৰ প্ৰৱল ।

পঁয়ত্ৰিশ কোটি ভাৰতবাসীৰ সত্তৰ কোটি খন হাত ব্যৱহাৰ হব পৰাকৈ আঁচনি তৈয়াৰ কৰিবলৈ মই বিচাৰো। বিজুলী শক্তিৰ আৱশ্যকতাৰ কথা বহুতে কোৱা শুনা যায় । প্ৰকৃততে প্ৰথমে দিল্লীত, তাৰ পিছত নগৰবিলাকত আৰু একেবাৰে শেষতহে গাৱঁত বিজুলী চাকি জ্বলিব । আমাৰ সমুখত বৰ্ত্তমান সমস্যা হৈছে— দিল্লী প্ৰথম নে গাওঁবিলাক প্ৰথম ?"

মহাত্মাজীৰ প্ৰিয় শিষ্যজনে ওপৰোক্ত বাণীসমূহ প্ৰচাৰ কৰি ভাৰতৰ গাৱেঁ গাৱেঁ খোজ কাঢ়ি ভ্ৰমি "ভূদান-যজ্ঞৰ" আহুতি জ্বলাইছে । নিজ চকুৰে

নেদেখিলে সেইটো বিশ্বাস কৰিব নোৱাৰি যে তেওঁৰ সেই বাসত্তৰ বছৰীয়া অতি ক্ষীণ শৰীৰটিত কি দুৰ্জ্জয় শক্তি নিহিত আছে ।

জাতিৰ জনক মহাত্মা গান্ধীজীয়ে ভাৰতবাসীক অকৰ্ম্মণ্যতাৰ বোকাৰ পৰা মুক্ত কৰিবলৈ আগতে উল্লেখ কৰা "একাদশ ব্ৰত" আৰু "গঠনমূলক ওঠৰ দফাৰ আঁচনি"খন ডাঙি ধৰিছে । প্ৰত্যেককে নিজ নিজ কৰ্ত্তব্যত লিপ্ত থাকি কলুষপূৰ্ণ অন্তৰখন নিকা কৰি জীৱিকা নিৰ্ব্বাহ কৰিবলৈ মানৱ-সমাজক উপদেশ দি "সত্য আৰু ন্যায়"ৰূপী ঐশী-শক্তিৰ ওচৰত আমাৰ বাপুজীয়ে প্ৰাৰ্থনা কৰিছে—

"ঈশ্বৰ আল্লা তেৰে নাম ।
সবকো সদ্‌মতি দে ভগৱান ।"




—শেষ—

## লিখকৰ আন আন কিতাপ

| | |
|---|---|
| ছাপা-শিক্ষা | ২৷৹ |
| পূৰ্ণস্বৰাজ | ১৷৹ |
| বিদ্রোহী-খেত্তিয়ক | ॥৹ |
| ৰাষ্ট্ৰপতি সুভাষ বসু | ৷৹ |
| মুছলিনী | ॥৹ |
| ৰুছিয়াৰ বিদ্ৰোহ | ১ |
| অসমৰ সমস্যা | ॥৹ |
| অহিংস-সমাজ-বিপ্লৱ | [illegible] |

### প্ৰকাশিত কিতাপ

| | |
|---|---|
| ৰুক্মিণীৰ সয়ম্বৰ | ১ |
| স্বৰাজ-মানে-কি ? | ৷৹ |
| গান্ধী-খদ্দ-কমল | ॥৹ |

### শ্ৰীপ্ৰফুল তালুকদাৰ, বি-এৰ

| | |
|---|---|
| অকণিৰ-গল্প | ১৲ |
| ডাৱৰ উৰি যায় | ১৲ |

পোৱা ঠাই :

"কামৰূপালয়" চেনিকুঠী
গুৱাহাটী

কামৰূপ প্ৰেছ, ,,
লয়াৰ্চ বুক-ষ্টল, ,,
শ্ৰীশঙ্কৰদেৱ লাইব্ৰেৰী ,,